# অপৰাজেয়

ৰোমান্টিক তথা বিকৃত যৌনজীৱনৰ মনোবিশ্লেষণ-ধৰ্মী উপন্যাস

দেৱীদাস নেওগ

# উছর্গা

সাহিত্য একাডেমীৰ পুৰস্কাৰ-প্ৰাপ্ত সাহিত্যিক, সমালোচক আৰু সাংবাদিক শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য দেৱৰ কৰ কমলত ।

বীৰেন দা,

আপোনাৰ প্ৰশ্ৰয় নোপোৱা হলে হাতত কলম লোৱাৰ দুঃসাহস মোৰ কোনো দিনেই নহলহেঁতেন । গতিকে দিয়াৰ অযোগ্য হলেও 'অপৰাজেয়' আপোনাৰ হাততেই দিবলৈ বাধ্য হ'লো ।

আপোনাৰ মৰমৰ

মাখন



APARAJAYA : A novel of romance and Perverted psychology by Debidas Neog, in Assamese, Published by Roopam Publications Gauhati—1, April 1969.

বেটুপাত : প্ৰদ্যোত চক্ৰবৰ্তী

বেচ : খনে তুটকা মাথোন

প্ৰকাশক :

ৰূপম প্ৰকাশন
ৰাণীবাৰী : গুৱাহাটী—১



# প্ৰীতি উপহাৰ

শ্ৰী/শ্ৰীমতী..........................................................................ক
উপহাৰ দিলো।

শ্ৰী..........................................................................

# পাতনি

মানুহে কেতিয়াবা মানুহক দেৱতাৰ দৰে পূজা কৰে :— কেতিয়াবা আকৌ ফঁচীকাঠত ওলমাই পবিত্ৰ কৰ্তব্য সম্পাদন কৰা বুলি সান্তনা লভিবলৈও চেষ্টা কৰে। কিন্তু দুয়োটা ক্ষেত্ৰতেই মানুহে নিজৰ শক্তি সামৰ্থ্যৰ কথা পাহৰি যায় স্বেচ্ছাকৃত মহৎ কামৰ বাবে মানুহে নিশ্চয় সমাজৰ পূজা পোৱা উচিত। আন হাতে স্বেচ্ছাকৃত দুষ্কৰ্মৰ বাবেও মানুহ আনৰ ঘৃণাৰ পাত্ৰ হোৱা অনুচিত বুলিব নোৱাৰি। কিন্তু মানুহৰ সজ্ঞান মনৰ তথাকথিত স্বেচ্ছাকৃত কামৰ ওপৰত নিৰ্জ্ঞান মনৰ দুৰ্দমনীয় প্ৰভাব আধুনিক মনোবিশ্লেষণৰ এটা চাঞ্চল্যকৰ আবিষ্কাৰ আৰু তাৰেই ভিত্তিত ৰচিত হৈছে এই 'অপৰাজেয়" নামৰ উপন্যাসিকাখন।

মনোবিশ্লেষণৰ প্ৰবন্ধ লিখক হিচাবেই শ্ৰীনেওগ দেৱে সাহিত্য জগতত প্ৰবেশ কৰিছিল। অতি জটিল কথাবোৰ সৰল ভাষাত প্ৰকাশ কৰিব পৰাটোৱেই তেখেতৰ লেখনিৰ বৈশিষ্ট। অসমীয়া পঢ়ুৱৈ সমাজত আধুনিক মনোবৈজ্ঞানিক সকলক—বিশেষকৈ ফ্ৰয়েদ আৰু এড্‌লাৰক পৰিচিত কৰি দিয়াত লিখকৰ অবদান অনস্বীকাৰ্য। তেখেতৰ ৰচিত চুটি গল্প, নাটক আদিতো ফ্ৰয়েদ এড্‌লাৰৰ প্ৰভাৱ অতি সুস্পষ্ট। মানুহৰ প্ৰকট সজ্ঞান ব্যক্তিত্বতকৈ নিৰ্জ্ঞান ব্যক্তিত্বই তেখেতৰ



লেখনিত বেছি সমাদৰ পাই আহিছে। অপৰাজেয়ৰ মূল চৰিত্ৰটোও এজন বাতিক ৰোগগ্ৰস্ত সমকামী অপৰাধীৰ। সমকামী মনোভাবে কেনেকৈ অযৌনজ কাৰ্যকলাপৰ মাজেৰেও আত্মপ্ৰকাশ কৰিব পাৰে আৰু নিৰ্জ্ঞান মনৰ অপ্ৰতিহত প্ৰভাৱত মানুহে কেনেকৈ আত্মহত্যা বা নৰহত্যা পৰ্য্যন্ত কৰিব পাৰে তাৰেই এখনি ছবি কিতাপখনিত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। মই জনাত লিখকে বৰ্তমানে অপৰাধীৰ মনস্তত্ব সম্বন্ধে অধ্যয়ন কৰি আছে।

অপৰাধীৰ মনস্তত্বৰ ওপৰত তেখেতে লিখা কেইটামান মূল্যবান প্ৰবন্ধ ইতিমধ্যে কেইখনমান অসমীয়া আলোচনীত প্ৰকাশ হৈ গৈছে। লিখকৰ বিশ্বাস যেহেতুকে দণ্ডবিধি আইনৰ মূল ধাৰাবোৰ আধুনিক মনোবিশ্লেষণে নিৰ্জ্ঞান মনৰ দুৰ্দমনীয় প্ৰভাৱৰ কথা আবিস্কাৰ কৰাৰ আগতেই ৰচিত হৈছিল তথাকথিত সভ্যদেশসমূহত প্ৰচলিত দণ্ডবিধি আইনবোৰে দোষীৰ প্ৰকৃত ন্যায় বিচাৰ কৰিব নোৱাৰে বা সমাজৰো প্ৰকৃত কল্যাণ সাধিব নোৱাৰে। অপৰাজেয়তো তাৰ এটা সুস্পষ্ট ইঙ্গিত পোৱা যায়।

সদায় মাংস কাটি থকা কচাইয়ে মাংসৰ সোৱাদ নোপোৱাৰ দৰে মানুহৰ মনৰ ওপৰত মৰণোত্তৰ পৰীক্ষা চলাই থাকি মনৰ মাধুৰিমা উপভোগ কৰিব নোৱাৰা চিনিক্ ( Cynic ) মনোবৈজ্ঞানিকৰ চৰিত্ৰ বিশ্লেষণো কিতাপখনিৰ এটা বিশেষ

বিষয় বস্তু। মনোবিশ্লেষণৰ বিশেষজ্ঞ হৈও লিখকে অপৰাজেয়ৰ শেষ অধ্যায়ত মনোবিশ্লেষণৰ পৰাজয় কিয় দেখুৱালে সেইটোও এটা ৰহস্যজনক কথা। এই বিষয়ে লিখকক সোধেতে ক্ষন্তেক নীৰবতাৰ পিচত তেখেতে উত্তৰ দিছিল '—সম্ভৱতঃ মানুহৰ অস্বীকৃত নিৰ্জ্জান মনৰ বিশালতা আৰু তাক আবিস্কাৰ কৰিবলৈ মানুহে চলোৱা প্ৰচেষ্টা দেখি ওপজা বিমুগ্ধ বিস্ময়-বোধৰ প্ৰভাবতেই মই এই কাহিনী সৃষ্টি কৰিছিলো। তাৰোপৰি মোৰ বিশ্বাস নিৰ্জ্জান মনৰ বহুতো ৰহস্য এতিয়াও অনাবিষ্কৃত হৈয়েই আছে।'

কিতাপখনিত ছপাশালৰ ভূতৰ দৌৰাত্ম্য অলপ বেছি হ'ল! তথাপিও অসমীয়া সাহিত্যলৈ এই উপন্যাসিকাখনে এক নতুন আলোক ৰেখা আনি দিয়া বাবে লিখক আমাৰ ধন্যবাদৰ পাত্ৰ আৰু এই অভিনৱত্বৰ বাবে পুথিখনিয়ে পঢ়ুৱৈৰ সমাদৰ লাভ কৰিব বুলি মোৰ বিশ্বাস।

বিনীত

শ্ৰীকনকসেন ডেকা

১৬।৫।৬৯

তেতিয়াও ভালকৈ পোহৰ হোৱা নাই। আন দিনাৰ দৰেই মুখত চিগাৰ এটা লৈ ৰাও আহি পিচ ফালে দোতালাৰ বেলকনিত ঠিয় হ'লহি। প্ৰায় ছফুট ওখ,—বহল বলিষ্ঠ কান্ধৰ এজন মানুহ। টপা মুৰটোৰ চাৰিওকাষে থকা আধা পকা চুলি কিডাল আৰু চাই বৰণীয়া দাড়িকোচা দেখিলে বয়স কিছু হৈছে বুলি বুজিব পাৰিলেও চকু দুটা অস্বাভাবিক ৰকমে স্বচ্ছ আৰু উজ্বল। ধুনীয়া নহয়। কিন্তু ভয় লাগি যোৱাকৈ মনত দাগ কাটিব পৰা চেহেৰা।

শেষ ৰাতিয়েই উঠা ৰাওৰ অভ্যাস। স্ত'ভত নিজেই কফি একাপ তৈয়াৰ কৰি খাই ফেহুজালি নিদিয়ালৈকে লাইব্ৰেৰীত সোমাই লিখা-পঢ়া কৰে। তাৰ পিছত মুখত চিগাৰ এটা লৈ বেলকনিত ঠিয় হৈ অলপ আঁতৰেদি বৈ যোৱা নৈখনলৈ কিছুপৰ চাই ৰয়।

আচল ঘৰ অসমত নাছিল যদিও দেউতাকে অসমতে চাকৰি কৰিছিল। এই দোতালা ঘৰটোও দেউতাকৰ দিনতেই সজোৱা। ইউৰোপৰ কোনোবা ইউনিভাৰ্চিটিৰ পৰা মনো-

বিজ্ঞানৰ কিবা বিশেষ শিক্ষা লাভ কৰি ৰাওৰে অসমৰ পৰা অলপ আঁতৰৰ এখন ইউনিভাৰ্চিটিত অধ্যাপনা কৰিছিল। অলপতে অবসৰ লৈ আকৌ দেউতাকৰ ঘৰলৈকে উভতি আহিছে। প্ৰায় পোন্ধৰ বছৰৰ আগেয়ে পত্নী ঢুকাইছিল। ৰাওৰে অসমীয়া ছোৱালীয়েই বিয়া কৰাইছিল। একমাত্ৰ সন্তান অনিতাই মোমায়েকৰ ঘৰত থাকি গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পৰা বি, এ পাচ কৰিছিল। এতিয়া কলিকতাত হোষ্টেলত থাকি এম, এ পঢ়ে। ঘৰটোত বৰ্তমানে প্ৰাণী বুলিবলৈ মাত্ৰ ৰাও নিজে আৰু ভৃত্য ভজনলাল ৰাওৰে দিনটো লিখা-পঢ়া লৈয়েই ব্যস্তহৈ থাকে। ঘৰৰ পৰাও বৰ বেচি নোলায়। মাজে মাজে আহি এনেকৈ বেলকনিত ঠিয় হৈ নৈখনলৈ চাই থাকে। হয়তোবা জিৰণি লয়—। হয়তোবা সক কালৰ কথাবোৰ মনত পৰে।

—নৈৰ পানীবোৰলৈ কিছুপৰ অন্যমনস্কভাবে চাই থকাৰ পিচত কিবা এটা দেখি ৰাওৰে এবাৰ চিঞৰ মাৰি উঠিল— 'ভজনলাল'। ভজন লালে ৰান্ধনী ঘৰত সোমাইছিলগৈ মাথোন। ৰাওৰ মাত শুনি হুজুৰ বুলি লৰ মাৰি আহিল। নৈখনৰ পিনে আঙুলিয়াই ৰাওৰে কলে—'সৌটো নৈত কিবা উটি গৈছে। মানুহ— যেন পাইছো,—চাছোন'। নৈৰ ঘাটলৈ তাৰ পৰা এশ গজৰ বেচি দূৰ নহয়। একেলৰে ঘাটৰ ওচৰ পাই ভজনলালে চিঞৰি কলে—'হয় হুজুৰ মানুহেই'। এটুকুৰা কাঠত লাগি উটি গৈছে।'



'—তুলি আন'।

ভজনলালে চুৰীয়াখন কোচাই নৈত জাপ দি পৰিল। ব্যস্ত ভাবে ৰাওৰেও চিৰিয়েদি তললৈ নামি গ'ল।

÷ ÷ ÷

ভজনলাল বলিষ্ঠ ডেকা। ভাল সাঁতুৰিবও জানে। নৈখনো বৰ বেচি বহল নাছিল। হেলাৰঙে—মানুহজন পাৰত তুলিলেহি।

—এজন প্ৰায় সাতাইশ আঠাইশ বছৰীয়া ডেকা। ধুতিখন খোল খাই গৈছে যদিও গাথিটোৰ কাৰণে গাৰ পৰা খহি পৰা নাই।—দামী পঞ্জাবী, হাতত থকা ৰোল্ড গোল্ডৰ ঘড়ী আৰু সোণৰ আঙঠিটো দেখিলে অৱস্থাপন্ন ঘৰৰ ল'ৰা যেনেই লাগে। দীঘল ল'নি দেহাৰ মৰম লগা মুখখনত শিক্ষা দীক্ষা আৰু আভিজাত্যৰ এটা ছাপো দেখা যায়।

ডেকাৰ ডিঙিত ভগা মাটি কলহৰ আগ এটা ৰচিৰে বন্ধা আছিল। সম্ভবতঃ আত্মহত্যা কৰা বুলি ডিঙিত কলহ বান্ধি পানীত জাপ দিছিল। কিন্তু কলহটো ভাগি যোৱাত আৰু ডিঙিৰ ৰচিডাল কেনেবাকৈ পাতল কাঠ এটুকুৰাত লাগি ধৰাৰ কাৰণেই গাৰ কিছু অংশ পানীত ওপঙি আহিছিল। কাঠ টুকুৰাত লাগিও কলহটো ভাগি যোৱা অসম্ভব নহয়। ৰাওৰে ডেকাৰ হাতৰ ঘড়ীটোলৈ চাই পঠিয়ালে। বাৰ বজাতেই ঘড়ীটো বন্ধ হৈ গৈছিল। নাকৰ ওচৰত হাত দি

চাই দেখিলে তেতিয়াও ক্ষীণ নিশ্বাস প্ৰশ্বাস চলি আছে। ৰাওৰ নিৰ্দেশ মতে ভজনলালে ডেকাৰ অচেতন দেহাটো ঘৰৰ বাৰান্দা লৈ দাঙি লৈ আনিলে আৰু হাত ভৰি কোচোৱা মেলা ইত্যাদি নানান প্ৰক্ৰিয়াৰে ডেকাৰ পেটৰ পানীখিনি উলিয়ালে। কিছু পৰৰ মূৰত ডেকাৰ জ্ঞান আহিল।

° ° °

গধূলি বেলিকালৈ ডেকা সম্পূৰ্ণ সুস্থ হ'ল। ৰাওৱে ডেকাক ওপৰ মহলাৰ বেলকনিলৈ মতাই আনিলে। হেলনীয়া চকী এখনত বহি ৰাওৱে চিগাৰ হুপি আছিল। ডেকাক বেতৰ চকী এখন দেখুৱাই দি কলে—'বহক'। গম্ভীৰ ভাবেৰে ডেকা বহিল। দাড়ি কোচাত ডুবাৰমান হাত ফুৰাই ৰাওৱে কলে—'আপোনাৰ স'তে আলাপ পৰিচয় হবলৈ সুবিধাই পোৱা নাই। আবেলি আপুনি শুই থকা দেখি আমনি কৰিবলৈ বেয়া লাগিল। এতিয়া গা কেনে পাইছে'? ডেকাই ভাল পাইছো বুলি লাহেকৈ কলে। চিগাৰটোত ডুটামান হোপা মাৰি ৰাওৱে সুধিলে—'আপোনাৰ এই দুৰ্ঘটনাটো হ'ল কেনেকৈ'?

'—দুৰ্ঘটনা মানে'? ডেকাও যেন অলপ আচৰিত হ'ল।

—মানে আপুনি কেনেকৈ পানীত পৰিল?

অলপ পৰ তলমুৱা হৈ হাতৰ আঙুলিৰ আগ কিটাইলৈ



চাই চাই ডেকাই কব ধৰিলে—'চাওক আপুনি মোৰ প্ৰাণদাতা। আপোনাৰ আগত একো নুলুকুৱাওঁ। মোৰ ঠিক দুৰ্ঘটনা হোৱা নাছিল। মই আত্ম হত্যাহে কৰিব খুজিছিলো।'

'আত্মহত্যা কৰিব খুজিছিল'? ৰাও যেন আচৰিত হৈ গ'ল।

'—হুঁ আত্মহত্যা কৰিব খুজিছিলো'। নিৰ্বিকাৰ ভাবে ডেকাই উত্তৰ দিলে। আৰু কিছুপৰ আচৰিত হৈ চাই থকাৰ ভাও জুৰি ৰাওৱে সুধিলে—'কিন্তু কেলৈ আপুনি আত্মহত্যা কৰিব খুজিছিল'?

'—সেইবোৰ বহুত কথা।' ডেকাই চমুকৈ উত্তৰ দিলে। আত্মহত্যা কৰিব খোজা মানুহৰ ব্যক্তিত্বত মনোবৈজ্ঞানিকৰ খোৰাক যোগাব পৰা বৈশিষ্ট থাকে। কিন্তু উত্তৰ শুনি ৰাওৱে বুজিলে সদ্যহতে ডেকাই সেই সম্পৰ্কে আলোচনা কৰিবলৈ ভাল পোৱা নাই। ভজনলালে দুকাপ কফি দি গৈছিল। কফি একাপ ডেকাৰ পিনে আগবঢ়াই দি ৰাওৱে সুধিলে—'আপোনাৰ নামটো'?

ডেকা অলপ অন্যমনস্ক হৈ পৰিছিল। অন্যমনস্ক ভাবেই উত্তৰ দিলে—'সুৰজিত—'। কিন্তু শব্দটো কৈয়েই ডেকা যেন উচপ খাই উঠিল। ডেকাৰ ভাবান্তৰ চকুত পৰিছিল যদিও ৰাওৱে নেদেখাৰ ভাও জুৰিলে। ডেকাই আকৌ কলে—'সুৰজিত বৰুৱা'। এঢোক কফি খাই ৰাওৱে সুধিলে—'আপোনাৰ ঘৰ'? ৰাওক দেখি ডেকাইও কফিৰ কাপটো

তুলি হাতত লৈছিল। কাপটোলৈ চাই চাই ডেকাই উত্তৰ দিলে —'ক্ষমা কৰিব। মই মোৰ সম্পূৰ্ণ পৰিচয় দিব নোৱাৰিম। মাথোন এইষাৰ কথাই জানি থওক—মই দেউতাৰ এটা অনুপযুক্ত সন্তান'। '—আপোনাৰ পঢ়াশুনা—চাকৰী বাকৰিত কিবা অসুবিধা—মানে কিবা গোলমাল হৈছিল হবলা'? এই সম্পৰ্কে আলোচনা কৰিবলৈ—অনিচ্ছুক বুলি বুজিও নুবুজাৰ ভাও ধৰি সবল মানুহৰ দৰে ৰাওৱে আকৌ প্ৰশ্ন কৰিলে।

—'নাই সকলো ঠিক আছিল'। ডেকাই তপৰাই উত্তৰ দিলে। —'দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি ইংৰাজীত এম, এ পাচ কৰিছিলো। এখন কলেজত কামো কৰিছিলো। অৱশ্যে প্ৰিন্সিপালৰ লগত অলপ মনান্তৰ ঘটাত অলপতে ৰেজিগনেচন চাবমিট কৰি দিলো।'

—'এৰা সকলো প্ৰিন্সিপালৰ তলত কাম কৰা সম্ভৱপৰ নহয়। মই নিজেই ভূক্তভোগী! কিছুমান প্ৰিন্সিপালে প্ৰফেচাৰ বোৰক বৰ উৎপাত কৰে—'। ৰাওৱে ডেকাৰ পক্ষ্য লোৱাৰ ভাও জুৰিলে। 'আমাৰ প্ৰিন্সিপালজন অৱশ্যে তেনেকুৱা নাছিল।' ডেকাই কওঁ নকওকৈ কলে।

—'তেনেহলে'?

—'কেলৈ জানো কিছুদিনৰ পৰা মানুহজনক মই সহ্য কৰিব নোৱাৰা হৈ আহিছিলো। বৰ উদাসীন ধৰণৰ—'। একো খা খবৰ নাৰাখে—।' —'আপোনালোকৰ দৰমহা পাতি পোৱাতো



অসুবিধা হৈছিল চাগৈ'?

—'দৰমহা পাতি অৱশ্যে পাইছিলো। কিন্তু কোন ক'ত আহিল গ'ল কোনে ক্লাচ ললে নললে একো গম নাপায়—'।

ৰাওৱে কব খুজিছিল—এনেকুৱা প্ৰিন্সিপালেইতো প্ৰফেচাৰ সকলৰ চকুত আদৰ্শ প্ৰিন্সিপাল বুলি পৰিগণিত হোৱা উচিত। কথাবোৰ বৰ বিশ্বাস যোগ্য হোৱা নাই বুলি ডেকাইও বোধকৰো বুজিছিল। ডেকাই আকৌ কলে— প্ৰিন্সিপালজন তেনেকুৱা হলে কলেজৰ মানদণ্ড কমি যায়।

—'আপোনাৰ চাকৰীত সোমাবৰ কিমান দিন হ'ল'? কফিৰ কাপটো থৈ ৰাওৱে সুধিলে। —'প্ৰায় দেড় বছৰ।' অলপ হিচাব কৰি চাই ডেকাই কলে। —'তেতিয়াৰে পৰা বতমানৰ জনেই প্ৰিন্সিপাল হৈ আছে নে'?

'—হয় তেওঁৱেই আছে।'

'—আগৰ ডোখৰত মানুহজন অলপ বেলেগ আছিল চাগৈ'

'বেলেগ নহয় একেই আছিল।'

একো নামাতি ৰাওৱে নীৰবে মধুপান কৰিব ধৰিলে। ডেকাইও কিছুপৰ নীৰবে মজিয়াৰ কাৰ্পেট খনলৈ চাই থাকি এবাৰ মূৰ তুলি কলে —'আপোনাক বহুত কষ্ট দিলো। কাইলৈ মই যাব খুজিছো'।

'কাইলৈকে? কেলৈ কিবা জৰুৰী কাম আছেনেকি?

প্ৰশ্নটো কৰি ৰাওৰ নিজৰেই হাঁহি উঠি যাব খুজিছিল। আজি যিটো মানুহে আত্মহত্যা কৰিব খুজিছিল কাইলৈ তাৰ

আৰু কি জৰুৰী কাম থাকিব পাৰে। কওঁ নকওঁকৈ ডেকাই কলে—'জৰুৰী কাম অৱশ্যে একো নাই।'—'তেনেহলে কিবা অসুবিধা পাইছেনেকি?' ৰাও যেন অলপ উৎকণ্ঠিত হৈ পৰিল।

—'অসুবিধা আৰু কি পাম। কিন্তু আপোনাক যথেষ্ঠ আমনি দিলো। আৰু আমনি দিবৰ মন যোৱা নাই।'

—'আমনি?' এটা ম্লান হাঁহি মাৰি ৰাওৱে ক'লে—'এনেকুৱা এটা নিৰ্জন ঘৰত পৰি থাকো। আপোনাক পাই যে কিমান ভাল লাগিছে আপুনি হয়তো বুজি নাপাব।' ডেকাই একো নামাতি তলমুৱা হৈ ৰ'ল। অলপ বৈ ৰাওৱে আকৌ কৈ যাব ধৰিলে—'অৱশ্যে এনেকুৱা নিসঙ্গ জীৱন যাপনত মই অভ্যস্ত হৈ গৈছো। তথাপি আজি কিয় জানো বাৰে বাৰে কেৱল ভাবিছো আপোনাৰ দৰে ল'ৰা এটা যদি মোৰ থাকিলেহেতেন—'। লৰা থকা হলে অৱশ্যে আপোনাৰ সমনীয়াই হ'লহেতেন—।' ৰাওৱে এটা দীৰ্ঘশ্বাস পেলাই চকুৰ কোনেৰে চাই দেখিলে তলমুৱা হৈ ডেকাই কিবা এটা ভাবিব ধৰিছে। ডেকাৰ মুখৰ চেহেৰাত কিবা এটা পৰিবৰ্ত্তন আহিছে। —এটা যেন কোমল কোমল ভাব। কিছুপৰ তেনেকৈ বৈ থাকি এবাৰ মুৰ নোতোলাকৈয়ে ডেকাই কলে—'মই আপোনাৰ কিবা অসুবিধা হয় বুলিহে কৈছিলো। আপোনাৰ যদি অসুবিধা নহয় মোৰনো আৰু দুদিনমান থাকি যোৱাত আপত্তি কি হব পাৰে।'

—'অ' বে'চ বে'চ দুদিনমান কেলৈ আপুনি সদায়



থাকিলেও মই বেয়া নাপাওঁ। ধন্যবাদ—ধন্যবাদ'। ডেকা থাকিম বুলি কোৱাত যেন ৰাও ধন্য হৈ গ'ল। অলপ বৈ ডেকাক আৰু এবাৰ নিৰীক্ষণ কৰি ৰাওৱে কলে—'আপোনাক এতিয়াও কিছু দুৰ্বল যেন লাগিছে। বাৰু আপুনি জিৰাওকগৈ। ভাত পানী হলে আপোনাক জগাই দিম।

সুৰজিত ওলাই যোৱাৰ পিচত ৰাও নিজেও উঠিল আৰু বেলকনিটোত পায়চাৰী কৰি কৰি মনৰ ভিতৰতে সুৰজিতৰ কথাবোৰ ফঁহিয়াই চাই যাব ধৰিলে।—সুস্থ মনৰ মানুহে আত্মহত্যা কৰিবলৈ চেষ্টা কৰিব নোৱাৰে। আত্মহত্যা কৰাৰ ইচ্ছাটোৱেই নিউৰচিচৰ লক্ষণ।—মানুহে বহু সময়ত আত্ম-হত্যাৰ মাজেৰে নিজৰ ভিতৰতে বিচাৰি পোৱা আন কাৰোবাক হত্যা কৰিব খোজে। —আত্মহত্যাৰ সুদূৰ প্ৰসাৰী কাৰণ বা ৰিম'ট কজটো প্ৰায় তেনেকুৱাই হয়। কিন্তু ইমিডিয়েট কজটো? সেইটোও প্ৰকাশ নকৰিলে। হয়তোবা সেইটোও কিছু লজ্জাজনক।—দেউতাকৰ পৰিচয় নিদিলে। কিন্তু দেউতাকৰ অযোগ্য সন্তান বুলি আওপকীয়াকৈ দেউতাকৰ প্ৰশংসাও কৰিলে। মা দেউতা নহয়—দেউতাৰ অযোগ্য সন্তান। থকা হলে মোৰ ল'ৰাও আপোনাৰ সমনীয়াই হলহেঁতেন বুলি ৰাওৱে কওঁতে হঠাতে যেন গলি গ'ল—।

সমকামী মনোভাব—ৰেভাৰ্চ্‌ড ইদিপাচ কমপ্লেক্স। ল'ৰাই মাকক প্ৰেমিকা হিচাবে পাব খোজে। —দেউতাকক প্ৰতিদন্দ্বীৰ চকুৰে চায়। কিন্তু কোনো কোনো ক্ষেত্ৰত বিপৰীতটোও হয়

দেউতাকক প্ৰেমিক হিচাবে পাব খোজে। —মাকক প্ৰতি-দ্বন্দ্বিনী বুলি ভাবে। ৰাওৰ দৰে শক্তিশালী পিতৃত্বসুলভ ব্যক্তিৰ কাৰণে কে'চটো টেকোল্ কৰা টান নহব। সহজেই বশীভূত হৈ পৰিব। হয়তোবা সাধাৰণ আলাপ আলোচনাৰ মাজেৰেই বহু কথা ওলাব। কিন্তু ইনত্ৰ'ভাৰ্ট টাইপ—অত্যন্ত আত্মকেন্দ্ৰিক।—ৰাওৰ সম্বন্ধে এবাৰ কথাও নুসুধিলে—।

—ভাবি ভাবি ধীৰ পদক্ষেপেৰে ৰাও লাইব্ৰেৰী কমৰ পিনে আগুৱাই গ'ল।

° • •

পিচদিনা ৰাতিপুৱা ব্ৰে'কফাষ্টৰ পিচত ৰাওৱে সুৰজিতক লাইব্ৰেৰীটো দেখুৱাবলৈ মাতি লৈ গ'ল। কিতাপবোৰ দেখি সুৰজিতে সুধিলে—'আপুনি চাইকিয়েট্ৰিষ্ট নেকি?' সৰু হাঁহি এটা মাৰি ৰাওৱে কলে—'চাইকিয়েট্ৰিষ্ট হওঁ বা নহওঁ চাইকি-য়েট্ৰি পঢ়ুৱাইছিলো'। মনোবিশ্লেষণৰ অত্যাশ্চৰ্য আবিস্কাৰ বোৰৰ কথা ৰাওৱে কৈ যাব ধৰিলে। কলে সাধাৰণ চিকিৎসকে আৰোগ্য কৰিব নোৱাৰা কেতবোৰ ৰোগ মনোবিশ্লেষক সকলে কেনেকৈ আৰোগ্য কৰে। তাৰ পিচত ওলাল নিজ্জ্ঞান মনৰ কথা। মানুহে নিজৰ মনৰ এটা বিৰাট অংশ যে নিজেই বুজি নাপায় অথচ মনৰ সেই দুজ্ঞেয় অংশই যে মানুহক নিজে কব নোৱাৰাকৈয়ে প্ৰভাবান্বিত কৰে সুৰজিতে মানি



লবলৈ টান পাইছিল।—প্ৰথমতে পৰাই অলপ তৰ্ক কৰিব খুজিছিল। মনোবিজ্ঞান প্ৰকৃততে এটা বিজ্ঞান নহয় অৰ্ধ বিজ্ঞানহে—গতিকে মনোবিজ্ঞানৰ কথাবোৰ বিশ্বাস যোগ্য নহয় বুলি সুৰজিতে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। ৰাও অৱশ্যে বিৰক্ত হোৱা নাছিল। বৰঞ্চ এটা কৌতুকহে অনুভৱ কৰিছিল। যিবোৰ মানুহৰ সজ্ঞান মনৰ ওপৰত নিজ্জ্ঞান মনৰ অবাঞ্ছনীয় প্ৰভাব বেচিকৈ পৰে তেওঁলোকে সাধাৰণতে নিজ্জ্ঞান মনৰ অস্তিত্ব স্বীকাৰ কৰিবলৈ টান পায়। জটিল কমপ্লেক্স থকা মানুহে মনোবিজ্ঞানক সদায় অলপ অবজ্ঞাৰ (আচলতে ভয়ৰ) চকুৰে চায়। ৰাওৱে অসীম ধৈৰ্যৰে সুৰজিতৰ যুক্তিবোৰ খণ্ডন কৰি দেখুৱাইছিল। শেষলৈ সুৰজিতেও কথাবোৰ অলপ মনযোগেৰে শুনা যেন লাগিছিল।

এবাৰ এটা কিবা কাৰণত ৰাও অলপ সময়ৰ কাৰণে বাহিৰলৈ গৈছিল। উভতি আহি দেখিলে সুৰজিতে এটা আলমাৰীৰ সমুখত ঠিয় হৈ বিশেষ মনযোগেৰে তাৰ ভিতৰত থকা কিতাপবোৰ লক্ষ্য কৰিব ধৰিছে। ৰাওৰ উজ্বল বহল চকুযোৰ হঠাতে অলপ জিলিকি উঠিল।

—কিতাপবোৰৰ বিষয়বস্তু অনুযায়ী বেলেগ বেলেগ আলমাৰীত সজোৱা আছিল। সেই আলমাৰীটোৰ কিতাপবোৰ আছিল পুৰুষত্বহীনতাৰ সম্বন্ধে।

• • •

ডুপৰীয়া অলপ সোনকালে খোৱা লোৱা কৰি সুৰজিতক লগত লৈ ৰাও ওলাই গ'ল চিকাৰ কৰিবলৈ। চিকাৰটো অৱশ্যে মাত্র উপলক্ষ্য। যিসকল ৰুগীয়ে উপযাচি আহে তেওঁ-লোকৰ মানসিক চিকিৎসা বা বিশ্লেষণ কৰা কিছু সহজ। কিন্তু ৰুগীৰ ইচ্ছাৰ বিৰুদ্ধে বা সহযোগিতাৰ অবিহনে নিউৰ-চিচৰ বিশ্লেষণ প্রায় অসম্ভৱ হৈ পৰে। সুৰজিতক প্ৰথমে অসুস্থ বুলি নিজ মুখে স্বীকাৰ কৰাব লাগিব। দৈহিক ক্লান্তিয়ে অৱসাদ আনি দিলে বহু সময়ত মানুহে বহু কথা স্বীকাৰ কৰি পেলায়—।

—নৈখন পাৰ হলেই এখন হাবি পোৱা যায়। ডাঠ নহয় যদিও হাবিখন বেচ বহল। বনৰীয়া মুৰগী, হাইঠা, শহা আদি ওলায়। মাজে মাজে ডুটা সৰুসুৰা বাঘো নোলোৱা নহয়। বয়স হলেও ৰাও অতি স্বাস্থ্যবান আৰু আটিল দেহৰ মানুহ। কাঠৰ সাঁকো এখনেৰে নৈখন পাৰ হৈ সুৰজিতক লগত লৈ কেবা মাইলো হাবিৰ মাজে মাজে অনাই বনাই ফুৰিলে। কেইটামান হাইঠাও মাৰিলে। গধূলি হওঁ হওঁ হওঁতে উভতি ঘৰ পালেহি।

ডুয়ো বৰ ক্লান্ত হৈ পৰিছিল। গা পা ধুই বেলকনিলৈ গৈ ডুয়ো ডুখন হেলনীয়া চকীত বহি পৰিলগৈ। অলপ পিছতে ভজনলালে ডুটা হাইঠা ৰোষ্ট কৰি এবটল দামী বিলাতী মদ ডুটা গিলাচ আৰু ডুটা চ'দা সৰু টেবুল এখনত দি গ'লহি। ৰাওৱে সুৰজিতৰ পিনে চাই কলে—'ভাগৰ লাগিলে মই এইখিনি



খাওঁ। আপোনাৰো নিশ্চয় আপত্তি নাই?' অভ্যাস নাই বুলি সুৰজিতে আপত্তি কৰিছিল। কিন্তু ৰাওৱে নুশুনিলে। কলে—'অলপ খাওক—গা মন ভাল লাগিব'। ডুটা গিলাচত ৰাওৱে মদ বাকিলে।

খোৱাপিয়াৰ লগে লগে আলাপ আলোচনা চলিব ধৰিলে। খোৱাৰ ধৰণ আৰু পৰিমাণ দেখি ৰাওৱে বুজিলে অভ্যাস নাই বুলি আপত্তি কৰিছিল যদিও প্ৰকৃততে সুৰজিত অনভ্যস্ত নহয়। মদখিনি পেটত পৰাত সুৰজিত অলপ যেন বেচিকৈ সতেজ আৰু সবাক হৈ পৰিছিল।

ৰাওৱে এবাৰ অপ্রাসঙ্গিক ভাবেই ঘপকৈ সুধি পেলালে—বাৰু কওঁকছোন মিষ্টাৰ বৰুৱা। আপুনিনো কেলৈ মিচাতে আত্মহত্যা কৰিব খুজিছিল'?

প্ৰশ্নটো শুনি বহুপৰ একেৰাহে কথা কৈ থকা সুৰজিত হঠাতে নীৰৱ হৈ কিছুপৰ দূৰলৈ চাই ৰ'ল। তাৰ পিচত স্বগতোক্তিৰ দৰে কব ধৰিলে—'সেইবোৰ বহুত কথা। মই এজনী ছোৱালীক ভাল পাইছিলো। তাইও বোধকৰো মোক ভাল পাইছিল। কিন্তু—কিন্তু আমাৰ বিয়া হোৱাত কেতবোৰ অসুবিধা আছিল। মই আতৰি আহিলো। That was my first love! তাইক মই আজিও পাহৰিব পৰা নাই।'

—'সেইটো কিমান দিনৰ আগৰ কথা'? কৌতূহলিত ভাবে ৰাওৱে সুধিলে।

—'বৰ বেচি দিনৰ কথা নহয়। এম, এৰ ফাইনেল

ইয়াৰতেই আমাৰ চিনাকি হৈছিল। চাকৰী পোৱাৰ পিচতেই সকলো সম্বন্ধ শেষ হ'ল—'। —'এম, এ পঢ়াৰ আগলৈকে কোনো ছোৱালীক আপুনি ভাল পোৱা নাছিল—?—দূৰৰ পৰাও'? ৰাও যেন অলপ আচৰিত হৈ গৈছিল।

—'বিশ্বাস কৰক নাই পোৱা'।

'বোধকৰো আপোনাৰ কোনো ছোৱালী বন্ধু নাছিল?' সক হাঁহি এটা মাৰি ৰাওৱে সুধিলে।

—'বন্ধু নহলেও চিনাকি ছোৱালী আছিল। দুই এজনীয়ে ভাবভঙ্গীৰ মাজেৰে মোৰ প্ৰতি দুৰ্বলতা প্ৰকাশ নকৰাও নহয়। কিন্তু বিশ্বাস কৰক—মই কোনো ৰকমৰ আকৰ্ষণ অনুভৱ কৰা নাছিলো।'—'আৰু যাৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিলে তেওঁৰ লগত বোধকৰো জাতকুল বা ষ্টেটাচ নিমিলিল?' চিগাৰত নতুনকৈ অগ্নি সংযোগ কৰি ৰাওৱে সুধিলে।

—'নাই—জাতকুল ষ্টেটাচ ঠিক নিমিলা নহয়! অলপ অমিল হলেও ক্ষতি নাছিল। কিন্তু—।' কিবা এটা কব খুজি সুৰজিত বৈ গ'ল। এই অৱস্থাত বেচি হেচাঁ দিয়া সমীচীন নহ'ব বুলি ভাবি ৰাওৱে অলপ বেলেগ ধৰণৰ এটা প্ৰসঙ্গৰ অবতাৰণা কৰি সুধিলে—'তাৰ পিচত আপোনাৰ আৰু একো চুইট এফেয়াৰ অৰ্থাৎ ৰোমান্টিক এফেয়াৰ ঘটা নাই'? —'নাই ঘটা। কিন্তু বিয়াৰ বন্দোবস্ত প্ৰায় ঠিকেই হৈ গৈছিল আন এজনী ছোৱালীৰ লগত—।'

—'then yau are engaged?' সুৰজিতৰ বিয়াৰ কথা শুনি ৰাও যেন উল্লসিত পৰিল। কিন্তু লগে লগে সুৰজিতে প্ৰতিবাদ কৰি কলে—'কিন্তু বৰ্তমানে মোৰ চাকৰীয়েই নাই বুলিব পাৰি। বিয়া কৰাও কেনেকৈ'?



—'সেইটোও এটা কথা অৱশ্যে। অলপ বৈ হঠাতে কিবা এটা মনত পৰাৰ দৰে ৰাওৱে সুধিলে—'বাৰু আপোনাৰ বিয়াৰ বন্দোবস্ত হৈছিল কেতিয়া?'

—'দুমাহ মানৰ আগেয়ে। কেলৈ সুধিলে—?'

ৰাওৰ চকু দুটা আকৌ এবাৰ জিলিকি উঠিল। দুমাহৰ আগেয়ে বিয়াৰ বন্দোবস্ত হৈছিল। দুমাহ মানৰ আগৰে পৰা প্ৰিন্সিপালৰ লগত কাজিয়া লাগিছিল—যাৰ অৱশ্যম্ভাবী ফল হিচাবে সুৰজিতে চাকৰী ইস্তফা দিলে। সহানুভূতি ভৰা মাতেৰে ৰাওৱে কলে—'সুধিছিলো—মানে চাওঁকচোন। আপোনাৰ বিয়াৰ বন্দোবস্তও হ'ল—চাকৰিতো গোলমাল লাগিল। It is really very unfortunate.

'yes unfortunate—and of am an unfortunate man।

সুৰজিতে আৰু কিবা কব বুলি ৰাওৱে অপেক্ষা কৰিছিল। কিন্তু কথাখিনি কৈয়েই সুৰজিত নিমাত হৈ যোৱা দেখি ৰাওৱে সুধিলে—'প্ৰিন্সিপালে বোধকৰো ৰেজিগনেচন দিবলৈ আপোনাক হেচাও দিছিল? মনে নিমিলা মানুহবোৰক আতৰাবলৈ প্ৰিন্সিপালবোৰে কেতিয়াবা তেনেকুৱা কৰে বুলিহে সুধিছো'।

—'হেচা অৱশ্যে দিয়া নাছিল। মিচা কথা কৈ লাভ কি।

বৰঞ্চ ৰাখিবলৈহে চেষ্টা কৰিছিল। মোৰ বেজিগনেচন এতিয়াও একচেপ্ত কৰা নাই।' —'তেনেহলে আপুনি দেখোন সহজেই চাকৰীটোলৈ উভতি গৈ ছোৱালীজনী বিয়া কৰাব পাৰে'? উচ্ছসিত ভাবে ৰাওৱে কৈ উঠিল। সুৰজিতে একো নামাতি আকৌ কিবা এটা ভাবিব ধৰিলে। ৰাওৱে সুধিলে—'নে আপুনি টকা পয়চাৰ কথা ভাবিছে?'

—'টকা পয়চাৰ কথা অৱশ্যে ভবা নাই। ছোৱালীজনী উৰ্চ্চশিক্ষিতা। এখন কলেজত চাকৰীও কৰে।'

'—তেনেহলে?'

সুৰজিতে একো নমতা দেখি ৰাওৱে আকৌ সুধিলে—'চেহেৰা পাতি বা আন কিহবাত কিবা খুত আছেনেকি'? —'নাই—ক'তো একো খুত নাই।

কিন্তু—।'

—'কিন্তু আপুনি অসমৰ্থ'।

উমানতে পেলালে যদিও জালখন ৰাওৱে বহু ঠাই আগুৰাকৈ পেলালে। অসমৰ্থ শব্দটোৰ বহু অৰ্থই হ'ব পাৰে। দেখা যাওক সুৰজিতে কি অৰ্থত লয়। কিন্তু ৰাওৱে বৰ ভুল অনুমান কৰা নাছিল। ৰাওৰ কথা শুনি সুৰজিতে অলপ কঠোৰ ভাবেৰে সুধিলে—'মানে'?

—'মানে you are incapable'।

—'Incapable of what'? অধৈৰ্য ভাবে সুৰজিতে, সুধিলে।



—'of satisfying a woman'। ৰাওৱে জালখন কোচাই আনিলে। লগে লগে জালত পৰা বাঘৰ দৰে অসহ্য ক্ৰোধত সুৰজিত যেন ফাটি পৰিল। টেবুলত চাপৰ মাৰি সুৰজিতে চিঞৰি উঠিল—'That is none of your concern! সেইটো মোৰ ব্যক্তিগত কথা। you have no right to poke your nose into it. আপুনি কি মোক এনেকৈ অপমান কৰিবলৈকে ঘৰত ৰাখি থৈছিল।' বেচ—মই কাইলৈকে গুচি যামগৈ।' গপগপাই সুৰজিত তলৰ মহলালৈ নামি গ'ল। ঘন শ্মশ্ৰুৰ মাজেৰে ওলাই থকা ৰাওৰ দৃঢ়তা ব্যঞ্জক অথচ সুগঢ়ী ওঁঠ দুটাৰ ওপৰেদিও বাগৰি গ'ল এটা সৰু মিচিকিয়া হাঁহি।

০ • ০

বেলকনিৰ পৰা নামি আহি সুৰজিতে শেতেলীৰ আশ্ৰয় লৈছিলগৈ। ভাতপানী খাবলৈও উঠিব খোজা নাছিল। কিন্তু ৰাও, আহি বুজাই বৰাই মাতি লৈ গ'ল।

নীৰবে আহাৰ সমাপন কৰি দুয়ো আকৌ বেলকনিত বহিলহি। এটা চিগাৰ জ্বলাই লৈ কিছুপৰ নীৰবে ধূমপান কৰি ৰাওৱে কলে—'চাওক বৰুৱা। আজি আপুনি ইমান উত্তেজিত হৈ যাব বুলি জনা হলে কথাটো নুসুধিলোহেঁতেন।

'—মই তাৰ বাবে নিজেও লাজ পাইছোঁ। মোক ক্ষমা

ৰৰক। বাধা দি সুৰজিতে কৈ উঠিল। মুহূৰ্তৰ উত্তেজনাত প্ৰাণদাতা বৃদ্ধ এজনক টান কথা কোৱা বাবে সুৰজিতৰো অনুশোচনা আহিছিল। কিন্তু লগে লগে ৰাওৱেও প্ৰতিবাদৰ সুৰত কৈ উঠিল—'নহয় নহয় আপোনাৰ আচৰণ একো অস্বাভাবিক হোৱা নাই। আমাৰ সমাজৰ যিটো মানসিক পৰিবেশ—এই পৰিবেশত এনেকুৱা ধৰণৰ প্ৰশ্ন কৰিলে যি কোনো মানুহেই ক্ষুণ্ণ হ'ব'। অলপ ৰৈ ৰাওৱে আকৌ কৈ যাব ধৰিলে—'আমাৰ সৰ্বসাধাৰণৰ ধাৰণা দুৰ্বল চৰিত্ৰৰ অসংযমী মানুহৰেই এই ৰোগটো হয়। কিন্তু আমি আধুনিক মনোবিশ্লেষণৰ ছাত্ৰ সকলে ভাবো—দুৰ্বলতাৰ কাৰণে নহয় অজ্ঞতাৰ কাৰণেহে মানুহৰ এই ৰোগটো হয়। সংযমৰ অভাৱ নহয় অত্যধিক সংযমেহে এই ৰোগৰ সৃষ্টি কৰে।' কোনো দিনে নুশুনা কথা কিছুমান শুনি অবাক হৈ সুৰজিতে ৰাওৰ পিনে চাই ৰ'ল। চিগাৰত আৰু দুটামান হোপা মাৰি ৰাওৱে কৈ যাব ধৰিলে—'আৰু মোৰ মতেৰে যৌন-জীৱনত তথাকথিত উচ্ছৃঙ্খলতাৰ পৰিচয় দিয়া কিজনতকৈও যৌনজ কথাবোৰত গোপনতা অবলম্বন কৰাৰ পক্ষপাতী সকলহে বেচি কামুক। গোপন কৰি দুৰ্লভ কৰি তেওঁলোকে যৌন ক্ৰিয়াক আৰু বেচি লোভনীয় আৰু আকৰ্ষণীয় কৰিব খোজে। নবাব সকলৰ মহলত পৰ্দা প্ৰথা আছিল। কিয় জানেনে—?—বেগম সকলক আৰু বেচি লোভনীয় আৰু আকৰ্ষণীয় কৰি তুলিবলৈ। আমাৰ ইয়াত গাভৰু ছোৱালী এজনীৰ বুকুৰ পৰা চাদৰখন অলপ আঁতৰি



গলেই ডেকা লৰাৰ গা ৰাইজাই কৰে। কিন্তু অসমতেই কিছুমান পাহাৰী জাতি আছে—সিহঁতৰ তিৰোতাবোৰে ককালৰ ওপৰ চোৱাত একো কাপোৰ নাৰাখে। গাভৰুৰ উঠন বুকুৱে সিহঁতৰ ডেকা লৰাহঁতৰ মনত্তো যৌন চেতনাৰ উদ্ৰেক নকৰে। তাৰোপৰি অৱশ্যে অৰ্থ নৈতিক কথা এটাও আছে। মানুহক মুক্ত যৌন-জীৱনৰ সুবিধা দিলে পৃথিৱীৰ জনসংখ্যা বৰ বেচিকৈ বাঢ়ি যাব পাৰে। পিতৃ প্ৰধান সমাজত পিতৃহীন লৰা ছোৱালীৰ ভৰণ পোষণৰ সমস্যা এটাও আছে—বাৰু সেইবোৰ যাওক। এই ৰোগটো আমাৰ মনোবিশ্লেষণৰো এটা বিষয় বস্তু বুলিহে সুধিছো। আপুনি দেখোন বিয়া বাৰু কৰোৱাই নাই। কেনেকৈ জানিলে যে আপুনি অসমৰ্থ? এইটো আপোনাৰ এটা অলীক কল্পনাওতো হব পাৰে'?

সুৰজিতে তেতিয়াও নিজৰ অসমৰ্থতাৰ কথা ৰাওৰ আগত স্বীকাৰ কৰা নাছিল। গতিকে সহজেই ওলটাই প্ৰশ্ন কৰিব পাৰিলেহেঁতেন ৰাওৱে তেওঁৰ অসমৰ্থতাৰ কথা জানিলে কেনেকৈ। কিন্তু বহু কথাৰ মাজত ঘপকৈ প্ৰশ্নটো কৰাত ইমান ভাবি চাবলৈ সুৰজিতে সময় নাপালে। সুৰজিতে কলে—'মই প্ৰমাণ পাইছো।'

—'চিকিৎসা কৰাইছিল?'

—'হয় কৰাইছিলো। প্ৰথমে ডাক্তৰী তাৰ পিচত আয়ুৰ্বেদীয়।'

—'পিচত?'

—'ডাক্তৰজনৰ ওচৰত কিছুদিন চিকিৎসা কৰি একো ফল নাপাই আয়ুৰ্বেদজনৰ ওচৰলৈ গৈছিলো। কিন্তু তাতো বিশেষ ফল নাপালো—বোধকৰো তেওঁ দিয়া নীতি নিয়মবোৰ পালিব নোৱাৰা কাৰণেই—।'

—'কি নীতি নিয়ম'?

'—যেনে ধৰি লওক এবছৰৰ কাৰণে সম্পূৰ্ণ ব্ৰহ্মচৰ্য পালন। সকলো কুচিন্তা আদি মনৰ পৰা আঁতৰ কৰোৱা যাতে টোপনিতো ব্ৰহ্মচৰ্য ভঙ্গ নহয়। সৎ চিন্তা কৰিবলৈ, ধৰ্মপুথি আদি পঢ়িবলৈ দিছিল। বিশ্বাস কৰক জাগ্ৰত অৱস্থাত মই ব্ৰহ্মচৰ্য পালন কৰিছিলো। শুবলৈ যোৱাৰ আগেয়ে এঘণ্টামান ধৰ্মগ্ৰন্থ পাঠ কৰো—প্ৰাৰ্থনা কৰো। আন কথা পাহৰি ঈশ্বৰক স্মৰণ কৰি টোপনি যাবলৈ চেষ্টা কৰো—।'

—'কিন্তু ঈশ্বৰে টোপনিত সহায় নকৰেহি—, নহয় জানো?' অলপ বিদ্ৰূপৰ সুৰত ৰাওৱে সুধিলে।

—'ঠিকেই কৈছে—তেনেকুৱাই। সপ্তাহত এবাৰ মানকৈ আয়ুৰ্বেদ জনৰ ঘৰলৈ যাওঁ। তেওঁ কয়—আপোনাৰ মানসিক চাঞ্চল্য দূৰ কৰিব লাগিব। নহলে ভাল নহব। কিন্তু মই বুজি নাপাওঁ মোৰ দোষ কোনখিনিত। শেষলৈতো তেওঁ মোৰ অসুখটো পাপৰ ফল বুলি মোক ইতিকিং কৰিব ধৰিলে। ময়ো সকলো ভাগ্যৰ ফল বুলি চিকিৎসা বন্ধ কৰি দিলো।' সুৰজিত নিমাত হ'ল। কিছুপৰ চিগাৰ টানি কঠোৰ দৃষ্টিৰে ৰাওৱেও দূৰলৈ চাই ৰ'ল। ৰাওৰ সেই চাৱনীটো



দেখি সুৰজিতে অস্বস্তি অনুভৱ কৰিব ধৰিছিল। এনেতে ৰাওৱে মাত লগালে—'বৰুৱা। মোৰ ক্ষমতা থকা হলে কি কৰিলোহেঁতেন জানেনে। হিতলাৰে ব্লেক মাৰ্কেটিয়াৰক ৰাজ আলিত গুলী কৰি মৰাৰ দৰে ময়ো এই কোৱেকবোৰক শাৰী পাতি ঠিয় কৰাই লৈ গুলিয়ালোহেঁতেন—।' ৰাওৱে কি ক'ব খুজিছে বুজিব নোৱাৰি সুৰজিতে চাই ৰ'ল। অলপ থমকি ৰৈ ৰাওৱে আকৌ ঘপকৈ সুধি পেলালে—'বাৰু মিষ্টাৰ বৰুৱা! আপুনি আৰোগ্য হব খোজেনেকি? সুৰজিত আৰু বেচি আচৰিত হ'ল। কোনোবা ৰোগীয়ে আকৌ আৰোগ্য হব নোখোজেনে? কলে—'নিশ্চয়। ৰোগীয়েতো সদায় আৰোগ্য হোৱাটোকেই কামনা কৰে।'

'উঁহো কিছুমান ৰোগীয়ে নকৰে। আৰোগ্য হবলৈ কামনা নকৰে কাৰণেই তেওঁলোকৰ ৰোগ হয়। বাৰু সেইবোৰৰ বিষয়ে পিচত আলোচনা হম। মোৰ ধাৰণা হৈছে আপোনাৰ ৰোগটো কিবা মানসিক কাৰণত হৈছে। মোৰ যিমানদূৰ বিশ্বাস আপোনাৰ এই ৰোগটো মই ভাল কৰিব পাৰিম—।'

—'পাৰিব?' কুটাত থপিয়াই ধৰা নিমজ্জমান মানুহৰ দৰে অসম্পূৰ্ণ বিশ্বাসেৰে সুৰজিতে সুধিলে।

—'পাৰিম। কিন্তু এটা কথা। yau must be frank and absolutely frank। যি সোধো কোনো লুকঢাক নকৰাকৈ আপুনি উত্তৰ দিব লাগিব। আপুনি ৰাজি?'

ৰাজি বুলি মুৰ জোকাৰিলেও ৰাওৱে লক্ষ্য কৰিলে সুৰজিতে

অলপ যেন ইতস্ততঃ কৰিছে। ইতস্ততঃ কৰা অৱশ্যে স্বাভাৱিক। অলপ পাতল ধৰণৰ সন্মোহনৰ সহায়েৰে সুৰজিতৰ সংকোচখিনি আতৰাই ললে সুবিধা হব। কিছুপৰ সুৰজিতলৈ চকুৰ কোণেৰে চাই থাকি ৰাওৱে এবাৰ ঘপকৈ কলে—'ঠিক আছে। Let us start right now. আপুনি চকীখনত অলপ আৰাম কৰি বহক।—সৌ নৈখনৰ ফালে মুখ কৰি। ঠিক আছে। এতিয়া আপুনি গা মন ঢিলাই দি এটা ৰিলেক্‌চেচনৰ ভাব আনিবলৈ চেষ্টা কৰক। Both physical and mental relaxation—Complete relaxation. তাৰ পিচত সুৰজিতৰ চকুৰ পৰা প্ৰায় এহাত দূৰত আৰু এহাত ওপৰত খোলা ফাউন্টেন পেন এটা ধৰি ৰাওৱে কলে—'নিপটোৰ আগলৈ একদৃষ্টে চাই থাকক। মাত্ৰ নিপটোৰ আগলৈ। আনকোনো পিনে আৰু নাচাব। কোনো কথাই জোৰ কৰি নাভাবিব। শৰীৰৰ কোনো অঙ্গতেই জোৰ নিদিব। গা মন এৰি দিয়ক।—Relaxation and complete relaxation!'

একেথৰে চাই থকাত সুৰজিতৰ চকু দুটা অলপ পোৰা পোৰা যেন লাগিছিল। চকু কিটা মুজি দিবৰ মন গৈছিল। টোপনি আনি দিব খোজা এটা শান্ত, গম্ভীৰ অথচ দৃঢ়তাপূৰ্ণ সুৰত ৰাওৱে আকৌ কৈ যাব ধৰিলে—'আপোনাৰ চকু দুটা ৰঙা পৰি আহিছে। চকুৰ পতা গধুৰ হৈ আহিছে।—আপোনাৰ টোপনি ধৰিছে।—ক্ষন্তেক পিছতেই আপুনি শুই পৰিব।—আপোনাৰ চকু মুদ খাই আহিল।—আপুনি টোপনিত



পৰিল।'

কথাবোৰ কৈ থাকোতে সমান সময়ৰ আতৰে আতৰে ৰাওৱে আঙুলিৰে সুৰজিতৰ বাহুত মৃদু চাপ দি গৈছিল। একঘেঁয়ীয়া মনটনাচ শব্দ এটা শুনি শুনি একদৃষ্টে চাই থকাৰ কাৰণে কিবা এটা গভীৰ শ্ৰান্তিত সুৰজিতৰ চকু হাল মুদ খাই আহিল। টোপনিত পৰা মানুহৰ দৰে সুৰজিতে গোটেই পাৰিপাৰ্শ্বিক অৱস্থাটোৰ কথা পাহৰি গ'ল। মাথোন কাণত পৰিব ধৰিলে ৰাওৰ গম্ভীৰ স্বৰ। ৰাওৱে কৈ গৈছিল—আপুনি সম্পূৰ্ণ ৰূপে মোৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে।—মোক আপুনি সম্পূৰ্ণ ৰকমে বিশ্বাস কৰিব পাৰে।—I am your well wisher!—আপুনি সকলো কথাই মোক খুলি কব পাৰে। কোনো কথাই বাহিৰত প্ৰকাশ নাপায়।—

শেষৰ কথাখিনিৰ আৰু দুবাৰমান পুনৰাবৃত্তি কৰি ৰাওৱে কলে—মই এক দুইকৈ সংখ্যাবোৰ মাতি যাম। দহ পোৱাৰ লগে লগে আপুনি সাৰ পাই যাব—এক—দুই—তিনি। ন বোলাৰ পিচতেই সুৰজিতে চকু মেলি চাই এটা হামি মাৰিলে। সন্মোহিত অৱস্থাৰ কথা সুৰজিতৰ মনত আছে নে নাই ঠিক বুজা নগ'ল। সন্মোহন গভীৰ হলে মানুহে সাধাৰণতে সন্মোহিত অৱস্থাৰ কথাবোৰ পাহৰি যায়। কিন্তু এই ক্ষেত্ৰত গভীৰ সন্মোহনৰ প্ৰয়োজন নাছিল কাৰণে ৰাওৱে সেই সম্পৰ্কে একো নুসুধিলে।

সুৰজিতে চকু মেলাৰ লগে লগে ৰাওৱেও হেলনীয়া চকী-খনত গৈ আউজি বহি পৰিছিল। এচ ট্ৰেৰ পৰা চিগাৰটো তুলি দুটামান হোপা মাৰি আগৰ কথাখিনিৰেই প্ৰায় এটা পুনৰাবৃত্তি কৰি ৰাওৱে কলে—'আপোনাৰ অসুখটো সম্পূৰ্ণ মানসিক কাৰণত হোৱা অসুখ। এনেকুৱা অসুখবোৰ মানসিক কাৰণতেই হয়। এনেকুৱা বহু ৰোগী মই নিজেই ভাল কৰিছো। কিন্তু এটা কথা—। আপোনাক যি সোধো কোনো লুকঢাক বা লাজ নকৰাকৈ আপুনি কৈ যাব লাগিব।'—'বেচ সোধক।' আৰামী চকীখনত অলস ভাবেৰে গা এৰি দি সুৰজিতে কলে। সামান্যতম সন্মোহনৰ ফলতেই সুৰজিতৰ ব্যক্তিত্বত ইপ্সিত পৰিবৰ্ত্তনটো অহা দেখি পেটে পেটে উৎফুল্ল হৈ উঠিলেও বাহিৰত সেই ভাব প্ৰকাশ নকৰি ৰাওৱে গম্ভীৰ ভাবেৰে কলে—'যিদিনা আপুনি আপোনাৰ যৌন অক্ষমতাৰ কথা প্ৰথম জানিব পাৰিলে সেই দিনাৰ অভিজ্ঞতাৰ এটা হুবহু বৰ্ণনা দি যাওকচোঁন। ইন ডিটেইলচ কব।—মনত পৰা সকলো খুটি নাটিৰ বৰ্ণনা দি যাব! কি কৰিলে—কি দেখিলে—কি ভাবিলে।'—সুৰজিতে কিছুপৰ নৈ খনৰ পিনে চাই ৰ'ল। তাৰ পিচত লাহে লাহে কৈ যাব ধৰিলে—'আজি প্ৰায় এবছৰৰ আগৰ কথা। বাৰটো আছিল দেওবাৰ।—নামটো নাজানো। সেইবোৰ মানুহৰ নাম কোনেও নাজানে। মাত্ৰ জানিছিলো তাই এজনী দেহোপজীৱিনী। হাতত কিছু টকা লৈ তাইৰ ঘৰলৈ গলো।—তাই এন্ধাৰ বাৰান্দাটোত বহি



আছিল। মোক দেখি ভিতৰলৈ মাতি লৈ গ'ল। জুইশলা কাঠি মাৰি টিপ চাকি এটা জ্বলালে। সৰু কোঠালি।—মাটিৰ ঘৰ।—দুটা বাকচ।—এখন বিচনা।—চকী নাই।—মূৰৰ শিতানৰ কাঠৰ টেবুল এখনত আৰ্চী, ফণী আৰু অলপ সস্তীয়া প্ৰসাধনৰ সামগ্ৰী। বিচনাখনৰ ওপৰত বেঁড কভাৰৰ দৰে পৰা এখন ৰঙা কম্বল। বিচনাতে বহিবলৈ দিলে। মই বহিলো। তাইৰ ওচৰতে বহিল। ক'লা যদিও মানুহজনী অশুৱনী নাছিল। বয়সতো গাভৰুৱেই। তাইৰ কান্ধত হাতখন দিওঁতেই তাই টকা বিচাৰিলো কিমান লাগিব বুলি সোধোতে তাই পাঁচ টকাৰ কথা কলে। জেপৰ পৰা দহটকীয়া নোট এখন উলিয়াই দিলো। তাই নোটখন বাকচত ভৰাই পাচ টকীয়া নোট এখন মোৰ পিনে আগবঢ়াই দিলে, মই নালাগে বুলি কলো। খুচী মনেৰে তাই নোটখন বাকচত ভৰাই আকৌ মোৰ ওচৰত বহিল আৰু বিনা প্ৰতিবাদে নিজকে মোৰ হাতত এৰি দিলে।—কিন্তু ভালেমান পৰ যুঁজ বাগৰ কৰিও মই নিজকে সক্ৰিয় কৰিব নোৱাৰিলো। অৱশেষত যেতিয়া কোনো তৃপ্তি নিদিয়াকৈয়ে মোৰ উত্তেজনাৰ উপশম হৈ গ'ল তাই সুধিলে—'তোমাৰ কিবা বেমাৰ আছে নেকি?' লাজে অপমানে ম্ৰিয়মান হৈ কোনো উত্তৰ নিদিয়াকৈ কোৱেৰে ওলাই আহিলো।'—

ৰাওৱে কথাবোৰ চৰ্ট হেণ্ডত লিখি গৈছিল। অভিজিত ৰোৱাৰ লগে লগে ৰাওৱে সুধিলে—'বাৰু আপোনাৰ সেই

সময়ৰ মানসিক অৱস্থাৰ কথা অলপ কওকছোন। আপোনাৰ ভয় লগা নাছিলেনে ?—মানুহে দেখাৰ বা কোনো সেঁচৰা ব্যাধি হোৱাৰ ভয় ?'—ওঁহো নাই লগা। বৰঞ্চ যদি কোনোবাই জানিলেহেঁতেন যে মই এজনী তিৰোতাৰ লগত সহবাস কৰি আহিছো বা যদি জানিলেহেতেন কোনোবা বেয়া তিৰোতাৰ লগত সহবাস কৰাৰ কাৰণে মোৰ কিবা ব্যাধি হৈছে মই সুখীয়েই হলোহেঁতেন।'—

—'সুখী হলহেঁতেন '? ৰাও যেন সঁচাকৈয়ে অলপ আচৰিত হৈ গৈছিল।

—'ঠিক মই ৰিপুৰ তাড়ণাত তাইৰ ওচৰলৈ যোৱা নাছিলো। গৈছিলো—নিজকে পৰীক্ষা কৰি চাবলৈ। কাৰণ মোৰ কিছুদিনৰ পৰা সন্দেহ হৈছিল—মই অক্ষম হৈ পৰিছো।'

—'সন্দেহ কিয় হৈছিল ?'

—'কাৰণ সৰুকাল ডোখৰত মই বৰ উচ্ছৃঙ্খল জীৱন যাপন কৰিছিলো। কৃত্রিম উপায়েৰে মই যৌন তৃপ্তি লভিছিলোঁ। আ।'—

—'কৈ যাওক।'

—'আৰু তাৰে ফলত মই নানান ৰকমৰ যৌনজ দুৰ্বলতাত ভূগিছিলো। খুব সঘনে স্বপ্নদোষ হৈছিল। শুক্ৰমেহ হৈছিল। তাৰোপৰি পুৰুষত্বহীনতাৰ অন্যান্য পূৰ্ব লক্ষণবোৰো ফুটি ওলাইছিল।'—

—'অন্যান্য পূৰ্বলক্ষণ মানে ?'



—'দ্রুত শুক্ৰক্ষৰণ—যৌনাঙ্গৰ খৰ্বতা ইত্যাদি।'

—'হুঁ' বুলি ক্ষন্তেক নীৰব হৈ ৰাওৱে আকৌ সুধিলে —'তাৰ পিচত আৰু নিজকে আপুনি পৰীক্ষা কৰি চোৱা নাই '?

'—চাইছিলো।'

—'কাৰ লগত '?

—'মই সেই ভাল পোৱা ছোৱালীজনীৰ লগত।' সেইবাৰো অসমৰ্থ হলো'।

—'আপুনি যদি অক্ষম বুলি সন্দেহেই হৈছিল সেই ছোৱালীজনীৰ আগতো অক্ষমতা প্ৰকাশ কৰিবলৈ গৈছিল কেলৈ ?'—'মই শেষবাৰৰ বাবে নিজকে পৰীক্ষা কৰি চাব খুজিছিলো। অৱশ্যে তাই যাতে মোৰ অক্ষমতাৰ কথা জানিব নোৱাৰে তাৰ বাবে মই কিছু সতৰ্কতা অৱলম্বন কৰিছিলো।

—'কেনেকুৱা সতৰ্কতা—কৈ যাওকছোন।—'এদিন অকল-শৰীয়া অৱস্থাত পাই তাইৰ দেহাটো লৈ ধেমালি কৰাৰ ছলেৰে নিজকে সক্ৰিয় কৰিবলৈ চেষ্টা কৰিছিলো। ছোৱালী-জনী খুব ধুনীয়া চৰিত্ৰৰ ছোৱালী আছিল। মোক ভাল পাইছিল যদিও কোনো দিন কোনো ৰকমৰ একো দৈহিক সংস্পৰ্শ লৈ আহিব খোজা নাছিল। সেই দিনাও প্ৰথমতে তাই বাধা দিছিল। কিন্তু নাৰী দেহৰ স্পৰ্শকাতৰ অঙ্গবোৰত বাৰে বাৰে মোৰ স্পৰ্শ পাই তাইও উন্মাদিনীৰ দৰে হৈ পৰিছিল। শেষলৈ বাৰে বাৰে মোক সাৱতি ধৰি নীৰৱ

চাৰনীৰে তাইৰ অস্থিৰতাৰ কথা বুজাবলৈ চেষ্টা কৰিছিল। গাৰ কাপোৰ কানিবোৰ অসংযত কৰি পেলাইছিল। কিন্তু ৰিজকে সক্ৰিয় কৰাৰ কোনো সম্ভাবনা নেদেখি সেই অৱস্থাতে তাইক এৰি ওলাই গুচি আহিছিলো।'

—'তাৰ পিচত ?'

—'তাৰ পিচত মই এটা কাম কৰিলো যিটো কাম অতি মহাপাপীবো কৰিবলৈ সত নগলহেঁতেন। ছোৱালীজনীৰ ঘৰলৈ যাবলৈ এৰি দিছিলো। এদিন বাটত লগ পাই অভিমান কৰি দেখুৱাওতে মহাপুৰুষৰ ভাও জুৰি কৈ দিলো— মই তোমাক পৰীক্ষা কৰিহে চাইছিলো। তুমি এজনী নষ্ট চৰিত্ৰৰ ছোৱালী। তোমাক মই কেতিয়াও বিয়া কৰাব নোৱাৰো।—

—'বোধকৰো চাকৰীত থাকিলে বিয়া কৰাব লাগিব কাৰণেই আকৌ যেতিয়া আন এজনী ছোৱালীৰ লগত আপোনাৰ বিয়াৰ বন্দোবস্ত হল আপুনি প্ৰিন্সিপালৰ লগত কাজিয়া পেচাল আৰম্ভ কৰি দিলে ?'

—'ওহো, মই সঁচাকৈয়ে মানুহজনক সহ্য কৰিব নোৱাৰা হৈ আহিছিলো।'

—'সেইটো হ'ল আপোনাৰ সজ্ঞান মনৰ কথা। কিন্তু মানুহে বহুকাম কৰে যাৰ আচল উদ্দেশ্যটো নিজেই নাজানে। যিজন মানুহক আপুনি দেড় বছৰে সহ্য কৰি আহিব পাৰিলে বিয়াৰ বন্দোবস্ত হোৱাৰ লগে লগে সহ্য কৰিব নোৱাৰা হ'ল



কেলৈ ?' চকুত হাত দি সুৰজিতে কিবা এটা ভাবিব ধৰিলে। চিগাৰৰ চাইখিনি এচট্ৰেত পেলাই ৰাওৰে সুধিলে—'বাক এই দুটা ঘটনাৰ পিচতো আপুনি কৃত্ৰিম উপায়েৰে যৌনতৃপ্তি লভিছিল '?

—'হয়লভিছিলো '৷

—'তেনেহলে দেখাতেই দেখোন আপোনাৰ ৰোগটো মানসিক। কৃত্ৰিম উপায় অবলম্বন কৰিবৰ বেলিকা আপুনি অক্ষম নহয়। অথচ নাৰীৰ সংস্পৰ্শত আহিলেই অক্ষম হৈ যায়। আপোনাৰ অক্ষমতা দৈহিক অক্ষমতা হোৱা হলে কোনো ৰকমৰ উপভোগৰ কাৰণেই আপুনি সক্ষম নহলহেঁতেন।'

—'কিন্তু।'—চকুত হাত দি আৰু কিছুপৰ ভাবি সুৰজিতে সুধিলে—'কিন্তু বাকী যৌন দুৰ্বলতাৰ লক্ষণবোৰ ?'

—'All psychological, কাৰণ সেইবোৰ যৌন দুৰ্বলতাৰ লক্ষ্যণেই নহয়। অলপ বৈ ৰাওৰে কৈ যাব ধৰিলে—'এটা বয়সত সকলো মানুহেই কম বেচি পৰিমাণে তথাকথিত কৃত্ৰিম উপায়বোৰেৰে যৌনতৃপ্তি লভে। কিন্তু তাৰ ফলত—পুৰুষত্বহীন নহয়। এই যে যৌন দুৰ্বলতাবোৰৰ কথা কলে সেইবোৰো প্ৰকৃততে দুৰ্বলতা নহয়। জমা হোৱা একচেচ বা অতিৰিক্ত শুক্ৰ টোপনিত নিৰ্গত হয়। বহু সময়ত আকৌ মানসিক উৎকণ্ঠাৰ কাৰণেও সঘনে স্বপ্নদোষ হয়। যদি টোপনিত পৰাৰ আগেয়ে বা আন সময়তো উৎকণ্ঠা জানে যে স্বপ্নদোষ হব পাৰে যাৰ ফলত আপোনাৰ স্বাস্থ্যৰ ক্ষতি হব পাৰে। গতিকে

অন্ততঃ শোৱাৰ আগেয়ে সকলো যৌনজ্ঞ চিন্তা মনৰ পৰা আঁতৰাই পেলোৱা ভাল হব তেতিয়াও স্বপ্নদোষ হব পাৰে। কাৰণ যিবোৰ চিন্তা আমি জোৰ কৰি মনৰ পৰা আতৰাও সেইবোৰ চিন্তাই সপোনত দেখা দিয়ে। ৰাতি শুই থাকোতে পিয়াহ লাগিছে। কিন্তু এলাহতে আপুনি উঠিব খোজা নাই। পিয়াহৰ কথা পাহৰি আপুনি টোপনিত পৰিবলৈ চেষ্টা কৰিছে। নিশ্চয় আপুনি পানী খোৱাৰ সপোন দেখিব। মলমূত্ৰৰ লগত শুক্ৰক্ষৰণ হোৱা শুক্ৰেয়েমহ নামৰ ৰোগটোও এটা তেনেকুৱা ৰোগেই। অত্যন্ত উত্তেজিত হোৱা স্বত্বেও শুক্ৰক্ষৰণ বন্ধ কৰি থলে বা বহুদিন কিবা কাৰণত শুক্ৰক্ষৰণ বন্ধ হৈ থাকিলেও এই তথাকথিত ৰোগটো হয়। বহু সময়ত মানসিক উৎকণ্ঠাৰ পৰাও হয়।'

অবাক হৈ সুৰজিতে ৰাওৰ পিনে চাই ৰ'ল। সুৰজিতৰ চকুৰ আগৰ পৰা যেন হঠাতে এখন ডাঠ পৰ্দা আতৰি গৈছিল। ঠিকেইতো সংযমৰ নামত সুৰজিতেও অসম্ভব ৰকমৰ এটা আত্মনিগ্ৰহ চলাইছিল। এটা উৎকণ্ঠাত প্ৰতিমুহূৰ্তে ক্ষয় হৈ গৈছিল। সুৰজিতৰ চকুৰ আগত ভাহিব ধৰিছিল বহু দিনৰ আগৰ পুৰণি কথা কেতবোৰ।—

........দশম মান শ্ৰেণীত পঢ়োতে সুৰজিতে এখন কিতাপ পাইছিল। কিতাপখন বাহিৰৰ টেবুলতে পৰি আছিল। বোধকৰো সুৰজিতৰ হাতত পৰক বুলি দেউতাকেই বাহিৰত পেলাই থৈছিল! কিতাপ খনৰ নাম আছিল সংযম আৰু



ব্ৰহ্মচৰ্য। কাপোৰৰ আৰত লুকুৱাই লৈ গৈ দুৱাৰ ঘৰ বন্ধ কৰি সুৰজিতে কিতাপখন পঢ়িলেগৈ। কিতাপখনত লিখিছিল— বীৰ্যই ব্ৰহ্ম। যি বীৰ্য ৰক্ষা কৰিব নোৱাৰে তাৰ পতন অনিবাৰ্য। যি সকলে অবিবাহিত অৱস্থাতে কৃত্ৰিম উপায়েৰে বীৰ্যক্ষয় কৰে তেওঁলোকে স্বপ্নদোষ নামৰ এক লজ্জাকৰ ৰোগত ভোগে। নিদ্ৰিত অৱস্থাত বেয়া স্বপ্ন দেখি বীৰ্যপাত হয়। শৌচ প্ৰেচাবৰ লগত বীৰ্যস্খলন হয়। যৌনাঙ্গ খৰ্বকায় আৰু দুৰ্বল হৈ পৰে। দ্ৰুত শুক্ৰস্খলনৰ কাৰণে সঙ্গমৰ যোগেদি কোনো নাৰীক এওঁলোকে সন্তোষ দিব নোৱাৰি নিজে হাস্যপদ হৈ পৰে। বহুতে আকৌ লিঙ্গোদ্ৰেক নোহোৱাৰ কাৰণে সঙ্গমৰ কাৰণে সম্পূৰ্ণ ৰকমে অক্ষম হৈ পৰে।—

পঢ়ি উঠি সুৰজিতৰ গোটেই গাটো কঁপিব ধৰিছিল। সংযমৰ অভাৱত যে এনেকুৱা ভয়াবহ পৰিণাম হব পাৰে তেতিয়ালৈকে সুৰজিতে জনা নাছিল আৰু অবাধে কৃত্ৰিম উপায়েৰে যেন তৃপ্তি লভি ফুৰিছিল।

কিতাপ খনৰ শেষৰ পিনে ব্ৰহ্মচৰ্য ৰক্ষাৰ উপায়বোৰো দিয়া আছিল।—মাছ মাংস পিয়াজ আদি ৰাজসিক আহাৰ বৰ্জন কৰিব লাগে। গাখীৰ, সিজোৱা পুৰা কল আদি সাত্বিক আহাৰ কৰিব লাগে। কু চিন্তা মনৰ পৰা বিসৰ্জন দিব লাগে। ৰাতি আধা ঘণ্টামান ঈশ্বৰৰ চিন্তা কৰিব লাগে। ধৰ্ম গ্ৰন্থাদি পাঠ কৰিব লাগে। বীৰ্যপাতৰ ভয়াবহ পৰিণাম বোৰৰ কথা চিন্তা কৰি মনৰ পৰা সকলো কুচিন্তা আতৰাই

বিচনাত পৰিব লাগে। পৰাপক্ষত লেঙুট পৰিধান কৰিব লাগে। কিবা ৰোগ আদি হলে আয়ুৰ্বেদীয় চিকিৎসা কৰিব লাগে। পশ্চিমীয়া এলোপেথিক চিকিৎসা ভাৰতৰ জলবায়ুৰ কাৰণে উপযোগী নহয়। ভয় খাই পিচ দিনাখনৰে পৰা সুৰজিতে যিমান পাৰে নিজকে সংযত কৰিবলৈ চেষ্টা কৰিছিল। দহদিন মান ব্ৰহ্মচৰ্য পালন কৰিছিল। কিন্তু তাৰ পিচতেই এদিন ৰাতি টোপনিত এটা উত্তেজনা ভৰা সপোনে সুৰজিতৰ দহদিনিয়া ব্ৰহ্মচৰ্যৰ ভেটা ভাঙি লৈ গ'ল। সুৰজিতৰ ধাৰণা হ'ল পাপৰ প্ৰায়শ্চিত্ত আৰম্ভ হৈ গৈছে।—বাকী গোটেই চোৰা ৰাতি সুৰজিতে কান্দিছিল।

পিচদিনাখনৰে পৰা নীতি নিয়মৰ কঠোৰতা সুৰজিতে আৰু বঢ়াই দিলে। সুৰজিতহঁতৰ ঘৰত মাংস পিয়াজৰ ব্যৱহাৰ আগৰে পৰা নাছিল। সুৰজিতে মাচ খোৱাও কমাই দিলে। গাখীৰ অলপ বেচিকৈ খাবলৈ ললে। ৰাতি প্ৰাৰ্থনাৰ সময় বঢ়াই দিলে। গধূলি হোৱাৰে পৰা সাৱধানে থাকে যাতে কোনো কুকথা কুচিন্তা মনলৈ নাহে। ৰাতি শোওঁতে বীৰ্য-ক্ষয়ৰ ভীষণ পৰিণামবোৰৰ কথা ভাবি ভাবি টোপনি যাবলৈ চেষ্টা কৰে। কিন্তু চাৰি পাঁচ দিন মানৰ পিচতে আকৌ দোষ হল। সুৰজিতো প্ৰায় পগলাৰ দৰে হ'ল!

সুৰজিতৰ স্বাস্থ্যও বেয়া হৈ আহিছিল।—বোধকৰো টোপ-নিৰ অভাবতেই। ৰাতি ভাল টোপনি নাহে। বেয়া সপোন দেখাৰ ভয়ত দুই তিনিদিন কেতিয়াবা একেৰাহে ৰাতি উজাগৰে



বহি কটায়। মনটো সদায় গভীৰ বিষাদ আৰু অৱসাদেৰে ভৰি থাকে। কাৰো পিনে মুখ তুলি চাবলৈ সাহস নহয়। অনুমান হয় সকলোৱে যেন সুৰজিতৰ এই লজ্জাকৰ ৰোগটোৰ কথা জানিব পাৰিছে। মানুহে প্ৰায়েই সোধে—কিবা অসুখ হৈছেনেকি। দেউতাকে আওপকীয়াকৈ ব্ৰহ্মচৰ্যৰ সম্বন্ধে বক্তৃতা দিয়ে। শুনি সুৰজিতৰ মৰি যাম যেন লাগে।

মেট্ৰিক পাচ কৰি সুৰজিত কলেজ পালেগৈ। এইবোৰ মানসিক অশান্তিৰ কাৰণেই মেট্ৰিকৰ ৰিজাল্ট আশানুৰূপ ভাবে ভাল হোৱা নাছিল। কলেজলৈ আহি যেতিয়া গম পালে বহু লৰাৰেই স্বপ্নদোষ হয় সুৰজিতৰ মানসিক উৎকণ্ঠাও অলপ কমি আহিছিল।

চি, আই, এ পৰীক্ষাৰ পিচৰ কথা। পঢ়াশুনাত ব্যস্ত হৈ থকাৰ কাৰণেই হওক বা আন কাৰণতেই হওঁক বেচ কিছুদিন সুৰজিতে বেয়া সপোন দেখা নাছিল। পৰীক্ষাৰ পিচতেই থিয়েটাৰ এখনৰ কামত ৰাতি দিন ব্যস্ত হৈ পৰাত যৌন চিন্তাবোৰো আতৰি আছিল। সুৰজিতৰ জীৱনৰ সেইটোৱেই আটাইতকৈ দীঘলীয়া ব্ৰহ্মচৰ্য। কিন্তু এদিন হঠাতে সুৰজিতে আবিস্কাৰ কৰিলে প্ৰায়শ্চিত্তৰ দ্বিতীয় অধ্যায়টো আৰম্ভ হৈ গৈছে। সুৰজিত শুক্ৰমেহ ৰোগৰ দ্বাৰা আক্ৰান্ত হৈছে।

........ৰাওৰ কথাবোৰ সুৰজিতৰ অভিজ্ঞতাৰ লগত মিলি যোৱা যেন লাগিছিল। ঠিকেইতো—কঠোৰ আত্মসংযমৰ চেষ্টা মানসিক উৎকণ্ঠা এইবোৰেইতো সকলোৰে মূলত আছিল। কিন্তু

সুৰজিতে সঙ্গমৰ ক্ষমতা হেৰুৱালে কেলৈ ? কথাটো সোধোঁকৈ থাকোতে ৰাওৱে নিজেই কবলৈ আৰম্ভ কৰিলে—'আৰু আপোনাৰ সঙ্গমৰ অক্ষমতা। মানুহে যেতিয়া মনত কিবা ভয় বা উৎকণ্ঠা লৈ সঙ্গম কৰিব খোজে দ্ৰুত শুক্ৰ ক্ষৰণ হয় বা বহু সময়ত অক্ষম হয়। বেশ্যাবোৰৰ লগত বহু মানুহেই সঙ্গম কৰিবলৈ বা পূৰ্ণাঙ্গ সঙ্গম কৰিবলৈ সক্ষম নহয়। সাধাৰণতে দুটা ভয়ৰ কাৰণো—আন মানুহে গম পোৱাৰ ভয় আৰু সোচৰা ব্যাধি হোৱাৰ ভয়। এই ভয়ৰ কাৰণে মনৰ এটা অংশই উছতালেও আনটো অংশই বাধা দিয়ে। এই দোমোজাত পৰি মানুহ অসমৰ্থ হৈ পৰে'।

—'কিন্তু মোৰ ক্ষেত্ৰত তেনেকুৱা ভয় দেখোন নাছিল ?'

—'ঠিক তেনেকুৱা নহলেও আন ধৰণৰ ভয় বা উৎকণ্ঠা নিশ্চয় নাছিল। আপুনিতো জৈৱিক পেৰণাত কোনোজনীৰ ওচৰলৈকে যোৱা নাছিল। আপুনি গৈছিল এটা সংশয় ভৰা মন লৈ নিজকে পৰীক্ষা কৰিবলৈ যিটো পৰীক্ষাৰ ওপৰত আপোনাৰ গোটেই ভবিষ্যত নিৰ্ভৰ কৰিছিল। আপুনি গৈছিল ঠিক বিচাৰৰ ৰায় শুনিবলৈ যোৱা ফাঁচীৰ আচামীৰ দৰে। তেনেকুৱা অৱস্থাত নাৰ্ভাচ নহ'বলৈ মানুহ দেৱতা হব লাগিব—নতুবা শিল হব লাগিব। তাৰোপৰি চাওক।—'চিগাৰত এটা হোপা মাৰি ৰাওৱে আকৌ কব ধৰিলে—'এইটো এটা নিষ্ঠুৰ সত্য যে মানুহে যিখিনিতেই নিজকে দুৰ্বল বুলি অনুভৱ কৰে সেইখিনিতেই নিজৰ সবলতা প্ৰমাণ কৰাৰ ইচ্ছা মানুহৰ বেচি



হয়। কিন্তু নিজৰ সবলতা বা শ্ৰেষ্ঠতাৰ প্ৰমাণ কৰাৰ উদ্দেশ্য লৈ কাম কৰিলেই মানুহ নাৰ্ভাচ হৈ পৰে। ভিখাৰিণী এজনীৰ লগত কথা পাতোত্তে আপুনি নাৰ্ভাচ নহয়। কিন্তু আপুনি ভাল পোৱা ধুনীয়া ছোৱালী এজনীৰ লগত প্ৰথম চিনাকি হওঁতে ? মাত কঁপে, হাত ভৰি কঁপে, ডিঙিত কিহবাই সোপা মাৰি ধৰে, কিবা কব খোজোতে মুখেদি কিবা ওলায়'—'আপোনাৰ কথা শুনি মোৰ অনুমান হৈছে মই সম্পূৰ্ণ সুস্থ হৈ গৈছো।' সুৰজিত যেন প্ৰায় জপিয়াই উঠিল।

—'নিশ্চয় হৈছে। এইবাৰ আপুনি বিয়াবাৰু কৰাই এখন সুখৰ সংসাৰ গঢ়ি তুলিবলৈ পাৰে।'—একো নামাতি তলমুৱা হৈ সুৰজিতে কিবা এটা ভাবিব ধৰিলে। ৰাওৱে অলপ সূক্ষ্ম ভাবে সুৰজিতলৈ চাই পঠিয়ালে। বিয়াৰ নাম শুনিয়েই মানুহটো আকৌ দমি গ'ল কেলৈ ? সুধিলে—'নামাতিলে দেখোন।'

—'কিন্তু বিয়া কৰাবলৈ চাকৰীয়েই যে মই ৰিজাইন দি আহিলো।'

—'আপুনি এতিয়াও ৰেজিগনেচন উঠাই লব পাৰে।'

—'উঁহো সেইজন প্ৰিন্সিপালৰ তলত মই কাম কৰিব নোৱাৰিম।' সুৰজিতে যেন জে'দ ধৰিলে। ৰাওৰ ঘন শ্মশ্ৰুৰ মাজেৰে এটা কৌতুকৰ হাঁহি ফুটি উঠিল। কিছুপৰ সুৰজিতৰ পিনে চাই ৰৈ ৰাওৱে কলে—'তাত যদি ভাল পোৱা নাই আন ঠাইতো আপুনি কাম কৰিব পাৰে। সেইটো একো

ডাঙৰ কথা নহয়। সুৰজিতে এইবাৰো একো নামাতিলে! ৰাওৱে কলে—'বাৰু সেইবোৰ ভাবি চাবলৈ যথেষ্ট সময় পোৱা যাব। আপুনি এতিয়া জিৰাওকগৈ। গুড্ নাইট।—

শুভৰাত্ৰি জ্ঞাপনৰ কোনো প্ৰত্যুত্তৰ নিদিয়াকৈ গম্ভীৰ ভাবেৰে উঠি সুৰজিতে খোজ লওঁতেই ৰাওৱে বাধা দি কৈ উঠিল—'Just a minute' সুৰজিতে উভতি চালে। এখন নোটবুক আৰু এডাল কলম সুৰজিতৰ পিনে আগবঢ়াই দি ৰাওৱে কলে—'অনুগ্ৰহ কৰি এটা কাম কৰিব। ৰাতি যদি কিবা সপোন দেখে তৎক্ষণাত লিখি গেলাব—in details. লগে লগে লিখিব। পিচত লিখিম বুলি থৈ দিলে পাহৰি যাব।' একো নুবুজাৰ দৰে চাই থকা দেখি ৰাওৱে কলে—'এইটোও চাইকো এনেলিচিচৰ এটা পন্থা।'

—'কিন্তু আপুনিতো কৈছিল—মই ভাল হৈ গৈছো। তেনেহলে মই একেবাৰে ভাল হোৱা নাই নেকি?'

ৰাওৱে সুৰজিতৰ পিনে চাই পঠিয়ালে। ভাল হোৱা নাই বুলি জানি সুৰজিতে যেন ভালহে পাইছে। ৰাওৱে কলে—'হৈছে—মাত্ৰ অলপ মান বাকী।'

নোট বুকখন লৈ সুৰজিত ওলাই গ'ল। চিগাৰটো দাঁতৰ মাজত কামুৰি লৈ সুৰজিত ওলাই যোৱাৰ পিনে কিছুপৰ তীক্ষ্ণ দৃষ্টিৰে চাই থাকি নিজৰ মনৰ ভিতৰতে কোৱা দি ৰাওৱে কলে—মানুহটোৱে আৰোগ্য হবলৈ ভয় খাইছে। কিন্তু কিয়?



ৰাতিপুৱা ব্ৰেকফাষ্ট টেবুলত সুৰজিতৰ সৈতে ৰাওৰ পুনৰ দেখা দেখি হ'ল। সুৰজিতক দেখিয়েই উল্লসিত ভাবে ৰাওৱে চিঞৰি উঠিল—'Hallow young man! Had a nice sleep?' উত্তৰত অলপ হাঁহি সুৰজিতে মূৰ দুপিৰাওঁতেই ৰাওৱে আকৌ প্ৰায় লগে লগে সুধিলে—'and a dreamless too?' দোষ কৰি ধৰা পৰি যোৱা মানুহৰ দৰে সুৰজিতে জিভা কামুৰিলে। ড্ৰিম বুলি কওতেই সুৰজিতৰ মনত পৰি গৈছিল—সপোন দেখিলেই লিখি থবলৈ ৰাওৱে দিয়া নিৰ্দেশৰ কথা।

সুৰজিতৰ অৱস্থাটো ৰাওৱে উপভোগ কৰিছিল। ৰাওৱে আকৌ সুধিলে—'একো সপোন নেদেখিলে?' মূৰ খজুৱাই সুৰজিতে কলে—'দেখিছিলো—কিন্তু লিখিবলৈ পাহৰি গলো।' ওঁঠত এটা ৰাতিপুৱাৰ উঠি অহা ৰ'দ জাকৰ দৰে কোমল হাঁহি ফুটি উঠিলেও ৰাওৱে মনে মনে কলে—মোৰ অনুমানেই সত্য। তুমি আৰোগ্য হোৱাটো বাঞ্ছা নকৰা। প্লেট এখন আগ বঢ়াই দি ৰাওৱে ফুটাই কলে—'Never mind পিচত আৰু নাপাহৰিব। Let us start.'

খোৱাৰ লগে লগে গল্প গুজব চলিল। ৰাওৱে অন্যান্য পাতল কথাৰ অৱতাৰণা কৰিলে।—খেলা ধুলা চিকাৰ ইত্যাদি। ৰাওৱেই অৱশ্যে কথা কৈছিল। সুৰজিতে অন্যমনস্কৰ দৰে মাথোন হুঁহাঁ কৈ শলাগি গৈছিল।

ব্ৰেক ফাষ্টৰ শেষত ৰাওৱে কলে—'আপোনাক মই অলপ

সময়ৰ কাৰণে এৰিলো। মোৰ ছোৱালীজনী আজি আহিব বুলি এটা খবৰ পালো। তাই অৱশ্যে দুৰাতিমান থাকিয়েই যাবগৈ। কোনোবা বন্ধুৰ বোলে বিয়া। মই তাইক আনিবলৈ এয়াৰ ফিল্ডলৈ যাওঁ।'

* * *

প্লে'ন আহোতে সেই দিনা অলপ ডেৰী হৈছিল। দুপ-ৰীয়া বাৰমান বজাত জীয়েক অনিতাক লৈ ৰাও পালেহি। জীয়েকৰ সৈতে ৰাও পোনে পোনে বেলকনিলৈ উঠি আহিল। বাটত আহোতে ৰাওৱে অনিতাৰ আগত সুৰজিতৰ কথা কৈছিল যদিও অলপ মিথ্যাৰ আশ্ৰয় লবলগীয়া হৈছিল। কৈছিল—সুৰজিতে গা ধোওঁতে ধৃতিৰে ভৰিত পাক খাই পানীত ডুবি যোৱা বুলি। আত্মহত্যা কৰিবলৈ চেষ্টা কৰা মানুহক মানুহে অলপ বেয়া চকুৰে চায়। তাতে অনিতা বি মুখ চোকা ছোৱালী! কিবা নকৰ লগীয়া কথা কৈ দিব পাৰে। ভজনলালকো সঁচা কথাষাৰ অনিতাৰ আগত নক-বলৈ শিক্ষাই থৈ গৈছিল। বেলকনিৰ হেলনীয়া চকী এখনত বহি পৰিয়েই অনিতাই সুধিলে—'তুমি যে কৈছিলা পানীত ডুবা মানুহ এজনৰ কথা—তেওঁ কত?' ভজনলালে বস্তুবোৰ লৈ ওপৰ মহলালৈ আহিব ধৰিছিল। ৰাওৱে ভজনলালৰ পিনে চাই কলে—যা চাহাবক মাতিছে বুলি ক।



কালিৰে পৰা সুৰজিতে অলপ দুৰ্বল অনুভৱ কৰিছিল। অলপ জিৰণি লওঁ বুলি বিচনাত বাগৰ দিওঁতেই সুৰজিত টোপনিত পৰিছিল। চাহাব চাহাব বুলি ভজনলালে এবাৰ নে দুবাৰ মাতোতেই সুৰজিতে সাৰ পালে।

অনিতাই দুৱাৰৰ ফালে পিঠি দি বহি আছিল। লঘু পদেৰে আহি সুৰজিত দুৱাৰ মুখত ঠিয় দিয়াৰ লগে লগে ৰাওৱে কৈ উঠিল—'আহক আহক এই জনীয়েই মোৰ ছোৱালী অনিতা।' ৰাওৰ কথাখিনি কিজানি সম্পূৰ্ণ হোৱাই নাছিল। অনিতাই উভতি চাই সুৰজিতক দেখিয়েই হঠাতে সমুখত সাপ দেখা মানুহৰ দৰে জাপ মাৰি ঠিয় হৈ কলে—'অভি দা? আপুনি??' একো নামাতি শেঁতা হাঁহি এটা মাৰি সুৰজিত তলমুৰা হ'ল। ৰাওৱে ভাবিলে নিজৰ আচল নামটো লুকুওৱা বুলি ধৰা পৰি সুৰজিত অপ্ৰস্তুত হৈ পৰিছে। শুনিও নুশুনাৰ ভাও জুৰি ৰাওৱে কলে—'আহক আহক ঠিয় হৈ আছে কেলৈ বহক।' সুৰজিত সোমাই আহি নীৰবে চকী এখনত বহি পৰিল। অনিতাইও তলমুৰা হৈ বেনীৰ আগটো আঙুলিত পকাব ধৰিলে। ৰাওৱে বুজিলে—আগৰে পৰা চিনাকি আছে যদিও কিবা কাৰণত দুয়ো বৰ অস্বস্তি অনুভব কৰিছে। অস্বস্তিৰ ভাবটো আতৰাবলৈকে ৰাওৱে অনিতাৰ পিনে চাই সুধিলে—'তই দেখিছো এখেতক আগৰে পৰাই চিনি পাৱ?'' ৰাওৰ সন্দেহ হৈছিল সুৰজিতৰ উপাধিটোও হয়তো আচলতে বৰুৱা নহয়। গতিকে বৰুৱা নুবুলি এখেত

বুলিলে। পাওঁ বুলি মূৰ জোকাৰি অনিতা আকৌ নীৰব হ'ল। নীৰৱতা ভঙ্গ কৰিবৰ কাৰণেই ৰাওৱে কৈ গ'ল—'সিদিনা এখেতে বৰ ভয় খুৱাই দিলে। মইতো নাবাচিব বুলিয়েই ভাবিছিলো।' ৰাওৰ চকুত পৰিল সুব্ৰজিতৰ মুখখন কেহেবাজ বটাৰ দৰে হৈ পৰিছে। সুব্ৰজিতে চাগৈ সকলো কথা জীয়েকৰ আগত ৰাওৱে আকৌ কৈ দিয়া বুলি ভাবিছে। কিন্তু সুব্ৰজিতৰ দুৰৱস্থাটো ৰাওৱে বৰ উপভোগ নকৰিলে। লগে লগে ৰাওৱে আকৌ আৰম্ভ কৰিলে—'কেতিয়াও ধৃতি পিন্ধি সাতুৰিব নালাগে। হয় চুইমিং কষ্টিউম নতুবা আণ্ডাৰ পেণ্ট। ধৃতিয়ে যদি এবাৰ ভৰিত মেৰিয়াই ধৰে আৰু ৰক্ষা নাই।'—

—'এখেত আকৌ বৰ ভাল চুইমাৰ। চুইমিঙত কেবাবাৰো প্ৰাইজ পাই আত্মবিশ্বাস চাগৈ বাঢ়ি গৈছিল।'

অনিতাই কথাষাৰ কৈছিল মাত্ৰ আবহাওৱাটো অলপ পাতল কৰিবলৈ। ঠিক একেটা উদ্দেশ্যেৰেই সুব্ৰজিতেও জোৰ কৰি হাঁহি এটা মাৰিছিল। কিন্তু সকলো বুজিও নুবুজাৰ ভাও জুৰি ৰাওৱে উচ্ছসিত ভাবে কৈ গ'ল—'নহয় নহয়—ইয়াত কোনো আত্মবিশ্বাসৰ কথা নাই। আমাৰ লগতে পঢ়িছিল এজন বি, কে, সিং। পঞ্চাশ ঘণ্টা একেৰাহে সাতুৰিছিল। কিন্তু এবাৰ কি হ'ল—শুন।'—

* * *



সেই দিনা দুপৰীয়া খাবৰ সময়ত সুব্ৰজিত আৰু অদিতা গহীন হৈয়েই ৰ'ল। আবেলি চাহ খাবৰ সময়তো পঢ়াশুনা সম্বন্ধীয় দুই এটা কথাৰ বাহিৰে আন কথা পতা বৰ শুনা নগ'ল। ৰাতি মূৰ বিষোৱা বুলি অনিতাই ভাতো নাখালো।

ওপৰ মহলাত ৰাওৰ কাষৰে ৰুমটোত অনিতাক শুবলৈ দিছিল। ৰাওৱে গৈ দেখে বৰ বিষণ্ন মনেৰে অনিতাই খিৰিকি এখনৰ ওচৰত ঠিয় হৈ বাহিৰৰ এন্ধাৰবোৰলৈ চাই আছে। অনিতা বুলি মাত দি ৰাও সোমাই অহাৰ লগে লগে অনিতাই উভতি চাই সুধিলে—'দেউতা তোমাৰ আলহী অভিজিত বৰুৱা আৰু কিমান দিন ইয়াত থাকিব?'—'একো ঠিক নাই। কেলৈ সুধিলি?' অলপ আচৰিত হোৱাৰ ভাও জুৰি ৰাওৱে সুধিলে।—'তেওঁতো বৰ্তমানে সুস্থ। ইয়াত পৰি আছে কেলৈ?' অনিতাৰ মাতত এটা চেপা বিৰক্তিৰ সুৰ ফুটি উঠিল।

—'তেওঁ থকাত তই ইমান বেয়া পাইছ কেলৈ? তেওঁতো পিচ দিনাখনেই যাব খুজিছিল। কিন্তু অকলশৰে থাকো। লগভাগ এটা পালে ভাল লাগে কাৰণে ৰাখি থৈছো।—সহজ সৰল মানুহৰ দৰে ৰাওৱে কলে। কিন্তু অনিতা যেন লগে লগে জ্বলি উঠিল। বিৰক্তিত কপাল কোচাই অনিতাই কলে—'তোমাৰো যে লগভাগবোৰ আৰু।'—কেলৈ অভিজিত লৰাটো বেয়া নেকি?'

অনিতাই একো নামাতি তলমুৰা হ'ল। অলপ ওচৰ চাপি ৰাওৱে আকৌ সুধিলে—'নামাতিলি দেখোন;—লৰাটো

কিবা বেয়া নেকি ? —'বেয়া বেয়া—খুব বেয়া। তুমি এদিনো আৰু নাবাখিবা—কাইলৈকে পঠিয়াই দিয়া।' কিবা এটা অসহ্য ক্ৰোধত দাঁত কৰচি অনিতাই উত্তৰ দিলে। অলপ হতবম্ভৰ দৰে ৰাওৱে সুধিলে—'কাইলৈকে ?'

—'হুঁ কাইলৈকে।'

—'কিন্তু মইতো ভাৰিছিলো ভাল মানুহৰ ঘৰৰ লৰা।'—অলপ চিন্তিত ভাবে স্বগতোক্তিৰ দৰে ৰাওৱে কথাবোৰ কব ধৰোতেই অনিতাই চেপা মাতেৰে চিঞৰি উঠিল—'বেয়া মানুহৰ ল'ৰা বুলিময়ো কব খোজা নাই। কিন্তু ৰবি শঙ্কৰ বৰুৱাৰ পুতেক হলেই মানুহ ৰবিশঙ্কৰ বৰুৱা হব নোৱাৰে।' অনিতাই বোধকৰো ভাবিছিল অভিজিতক ৰবিশঙ্কৰ বৰুৱাৰ পুতেক বুলি জানিয়েই দেউতাকে ইমান আদৰ যত্ন কৰিছে। ৰবিশঙ্কৰ বৰুৱাৰ নামটো অৱশ্যে ৰাওৱেও শুনিছিল।—ডাঙৰ সংস্কৃত পণ্ডিত। তান্ত্ৰিক সাধক বুলিও বহুতে কয়। কিন্তু অভিজিত যে সেই ৰবিশঙ্কৰ বৰুৱাৰেই পুতেক কন্তেক আগলৈকে ৰাওৱে জনা নাছিল। এবাৰ চিঞৰি উঠি অনিতাৰো ধৈৰ্যৰ বান্ধ ভাগি গৈছিল। পাগলীৰ দৰে অনিতাই কৈ যাব ধৰিলে—'ৰবিশঙ্কৰ বৰুৱা দেৱতাৰ দৰে মানুহ হলেও তেওঁৰ পুতেক পশুতকৈও অধম। তুমি নাজানা সি মোৰ কি ভীষণ অনিষ্ট কৰিব ধৰিছিল।'

অভিজিতৰ জীৱনৰ এটা অধ্যায়ৰ কাহিনী অভিজিতে নিজেই ৰাওৰ আগত কৈছিল। অনিতা আৰু অভিজিতৰ



অস্বাভাবিক ব্যবহাৰ দেখি ৰাওৰ প্ৰথমতে পৰাই সন্দেহ হব ধৰিছিল হয়তোবা অনিতাই সেই কাহিনীৰ নায়িকা। অনিতাক ৰাওৰ জীয়েক বুলি নাজানিয়েই হয়তোবা অভিজিতে কথাবোৰ কৈছিল। জনাৰ অৱশ্যে উপায়ো নাছিল। অনিতাই নামৰ শেষত ৰাও নিলিখে—লিখে দেৱী বুলি। তাৰোপৰি অভিজিত যি অদ্ভুত আত্মকেন্দ্ৰিক মানুহ অনিতাৰ বংশ পৰিয়ালৰ সম্বন্ধে বিশেষ খা-খবৰ নোলোৱাই স্বাভাবিক। অনিতাৰ কথা ৰাওৱেও অভিজিতৰ আগত উলিওৱা নাছিল। উলিয়াবৰ প্ৰয়োজনো অৱশ্যে হোৱা নাছিল।

অনিতাৰ কথা শুনি ৰাওৰ সন্দেহ আৰু দৃঢ় হ'ল। কিন্তু সদায় কৌশলেৰে আনৰ মুখৰ পৰা মনৰ কথাবোৰ উলিয়াই অনাটো ৰাওৰ এটা অভ্যাসত পৰিণত হৈ গৈছিল। গম্ভীৰ ভাবেৰে ৰাওৱে কলে—'মই সকলো জানো অনিতা।'—'জানা ? কি জানা তুমি ?' খন্তেকতকৈও অনিতাৰ মাতত যেন উৎকণ্ঠাই বেচিকৈ ফুটি উঠিছিল। অভিজিতে নিশ্চয় মিছা কথা কিছুমান দেউতাকক লগাইছেহি। ৰাওৱে নমতা দেখি অনিতাই আকৌ সুধিলে—'কি জানা তুমি ?' অন্যমনস্ক ভাবে ৰাওৱে আন পিনে চাই আছিল। বহল চকুযোৰ লাহে লাহে ঘূৰাই আনি অনিতাৰ চকুলৈ এটা মৰ্মভেদী দৃষ্টি নিক্ষেপ কৰি ৰাওৱে কলে—'অভিজিত নিজে যি দোষত দোষী সেই দোষটোকেই তোৰ গাত জাপি দি আতৰি গৈছিল।' অনিতা বিস্ময়ত থৰ হৈ গ'ল। দেউতাক মনস্তাত্বিক বুলি অনিতাই জানে।

মনস্তাত্বিক সকলে আনৰ মনৰ খবৰ পায় বুলিও অনিতাই শুনিছিল। কিন্তু ইমানবোৰ কথা জনা জানো সম্ভৱপৰ। অভিজিতেও নিশ্চয় কোৱা নাই।—কব নোৱাৰেও। সিমান সৎসাহস থকা হলে—অনিতাক এনেকৈ বিশ্বাসঘাতকতা নকৰিলেহেঁতেন। কিন্তু যি উপায়েৰেই নহওক দেউতাকে যদি সকলো কথা জানেই এই মানুহটোক প্ৰশ্ৰয় দিছে কেলৈ ?

—'সকলো জানি শুনিও তুমি অভিজিতক আশ্ৰয় দিছা'?

—'হুঁ জানি শুনিয়েই আশ্ৰয় দিছো।

আৰু এটা বিস্ময়ৰ আঘাতত অনিতা আকৌ হতবাক হৈ গ'ল। মৰমৰ জীয়েকৰ ইজ্জত নষ্ট কৰিব খোজা বুলি জানিও দেউতাকে অভিজিতক আশ্ৰয় দিছে। কোনো দিনে নেদেখা বস্তুৰ দৰে ৰাওৰ পিনে অনিতাই চাই ৰ'ল! আন বহু মানুহৰ দৰে অনিতাৰ কাৰণেও ৰাও এটা দুৰ্বোধ্য ৰহস্যময় মানুহ। কিন্তু হাজাৰ হলেও অনিতা ছোৱালী। ৰহস্যৰ মোহে অনিতাক বেচি কিছু পৰ আচ্ছন্ন কৰি থব নোৱাৰিলে। হঠাতে অনিতাৰ মাজত লুকাই থকা মৰম আকলুৱা অভিমানিনী ছোৱালীজনীয়ে চিঞৰি উঠিল—'সকলো জনাৰ পিচতো তোমাৰ বেয়া লগা নাই ?—তাৰ মুখ চাবলৈ তোমাৰ ঘিন লগা নাই??'

—'নাই লগা।'

—'নাই লগা ?—তুমি—তুমি কি দেউতা ?' অনিতাৰ যেন এটা বিস্ফোৰণ হ'ল। খুব শান্ত ভাবেৰে স্বপ্নাবিষ্ট মানুহৰ দৰে ৰাওৱে উত্তৰ দিলে —'I am a psychiatrist, A



psychiatrist can neither lover nor hater !'

হতভম্বৰ দৰে অনিতাই দেউতাকৰ পিনে চাই ৰ'ল। ধীৰ পদ ক্ষেপেৰে ৰাও আগুৱাই গৈ খিৰিকি খনৰ চিকত ধৰি পগলা মানুহৰ দৰে শূন্য দৃষ্টিৰে বাহিৰলৈ চাই ৰ'ল। কোনো দিনে অনুভব নকৰা এটা দুৰ্বল অসহায় ভাবে হঠাতে যেন ৰাওৰ সমগ্ৰ সত্বা আচ্ছন্ন কৰি পেলাইছিল। মানুহক ভাবৰ সংযোগত পেলাই দি বিস্মৃত কাহিনীৰ জেৰ টানি অনা ৰাও নিজেই যেন ভাবৰ কোৱাল সোঁতত উঠি গৈছিল—আন এটা দিনৰ বুকুলৈ।........

........ঢুকুৱাৰ আগেয়ে অনিতাৰ মাকে ৰাওক কৈছিল—তোমাক মই সুখী কৰিব নোৱাৰিলো। আদৰ, যত্ন, ভোগ বিলাস সকলো পালো। কিন্তু মোৰ অনুমান হৈছে—কিবা এটা নাপালো—যিটো প্ৰত্যেকজনী ঘৈণীয়েকে পায় ;—প্ৰত্যেকজনী ঘৈণীয়েকে অতি নিষ্ঠুৰ আৰু অবিবেচক স্বামীৰ পৰাও মুহূৰ্তৰ কাৰণে হলেও পায়। তুমি মোক মৰম কৰিছিলা। কিন্তু তুমি যেন দূৰৰ মানুহ হৈয়েই ৰ'লা।—ৰাওৱে সেই দিনা কোনো উত্তৰ দিব পৰা নাছিল। আনবোৰ মানুহৰ দৰে ৰাওৱে ঘৈণীয়েকক ভাল পাব পৰা নাছিল। ভাল পাবলৈ চেষ্টা কৰিও ব্যৰ্থ হৈছিল। প্ৰথমে মাজে মাজে ভাবিছিল হয়তোবা ঘৈণীয়েকৰ কিবা ত্ৰুটিৰ কাৰণেই ৰাওৱে ভাল পোৱাৰ আস্বাদৰ পৰা বঞ্চিত হৈছে। বিয়াৰ পিচতো আন ছোৱালীৰ সান্নিধ্যলৈ ৰাও আহিছিল। মানুহৰ চিৰ ইপ্সিত ৰহস্যময় ভাল পোৱাৰ

সোৱাদ লবলৈ চেষ্টা কৰিছিল। তাঁৰ বাবে মানুহৰ বহু কু কথাও শুনিব লগীয়া হৈছিল।—কিন্তু এদিন বুজিলে সদায় মাংস কাটি থকা কচাইয়ে কোনো দিন মাংস খাই তৃপ্তি পাব নোৱাৰে। মানুহৰ মনৰ ওপৰত মৰণোত্তৰ পৰীক্ষাৰ চুৰি চলাই থকা মানুহে কোনো দিন মনৰ মাধুৰী উপভোগ কৰিব নোৱাৰে। psychiatrist can neitlher love nor hate.—জীয়েকক সেই কাৰণেই ৰাওৰে নিজৰ বিষয়টো পঢ়িবলৈ দিয়া নাছিল।—তাই সুখী হওক। গোটেই জীৱন ধৰি হাবাথুৰি খাইও ৰাওৰে বিচাৰি নোপোৱা অমৃতৰ আস্বাদত তাইৰ জীৱন মধুময় হওক।

ৰাওৰ ভাবান্তৰ অনিতাইও লক্ষ্য কৰিছিল। অনিতাই বুজিলে অজানিতে তাই দেউতাকৰ কোনোবা দুৰ্বল স্থানত আঘাত কৰি পেলাইছে। ধীৰে ধীৰে ওচৰ চাপি গৈ দেউতাকৰ কান্ধত হাত দি অনিতাই মাতিলে—'দেউতা।' উভতি নোচোৱাকৈ ৰাওৰে উত্তৰ দিলে—'কোনো ছোৱালীয়ে দুবাৰ চেষ্টিটি হেৰুৱা উচিত নহয়।—হেৰুৱাব নোৱাৰেও। you have lost your mental chasity. ৰাওৰ কথাত কোনো ভৰ্ৎসনাৰ সুৰ নাছিল। তথাপিও অনিতা অলপ যেন চিঞৰি উঠিছিল। অস্ফুট কণ্ঠেৰে অনিতাই আৰ্তনাদ কৰি উঠিল—দেউতা।' নিৰ্বিকাৰ ভাবেৰে ৰাওৰে কলে—'অভিজিতকেই তই বিয়া কৰাব লাগিব।—'অভিজিতক'? অনিতা উছপ খাই উঠিল।



—'হুঁ অভিজিতকেই।'

—'অসম্ভৱ! অভিজিতক মই বিয়া কৰাব নোৱাৰো। অভিজিত মানুহ নহয়—অভিজিত এটা পশু।'

ৰাওৰ কবৰ মন গৈছিল—অভিজিত পশু নহয়—অভিজিত ৰুগীয়া। কিন্তু নকলে। কেতবোৰ ৰোগ আছে যিবোৰ নিৰাময় হোৱাৰ পিছতো মানুহে ৰোগীক বেয়া চকুৰে চায়।—মাথোন সুধিলে—'যদি অভিজিতৰ অনুশোচনা আহে? If he —repents?'

Repent? আস্ দেউতা তুমি নাজানা অভিজিত কি সাংঘাতিক মানুহ। অভিজিতে কেতিয়াও repent নকৰে।'

—'He will have to repent!' দৃঢ়স্বৰেৰে ৰাওৰে কৈ উঠিল।

* * *

পিচ দিনা ৰাতিপুৱা প্ৰথম গাড়ীতেই অনিতা বন্ধুৰ বিয়ালৈ গ'লগৈ। ৰাওৰেও থাকিবলৈ জোৰ নকৰিলে। অনিতা এই অৱস্থাত কিছুদিন বাহিৰত থকাই ভাল। তাৰোপৰি অনিতা থাকিলে অভিজিতক পৰীক্ষা কৰিবলৈও কিছু অসুবিধা হব পাৰে।

জীয়েকক থৈ আহি সাতমান বজাত ৰাওৰে বেলকনিত বহি চিগাৰ হুপিব ধৰিছে। এনেতে এবাৰ কাৰোবাৰ ভৰিৰ

শব্দ শুনি উভতি চাই দেখে যে অভিজিত। ৰাতিটোৰ ভিতৰতে অভিজিত এটা যেন বেলেগ মানুহ হৈ গৈছে।—আউল বাউল অবিন্যস্ত চুলি। চকু দুটা জবা ফুলৰ দৰে ৰঙা।—কাযত ক'লা দাগ। মুখত ৰাপেকক দাহ কৰি থৈ অহা শ্মশান যাত্ৰীৰ বিষণ্ণতা।

ৰাওৰ মনটোও কালিৰে পৰা অলপ গধুৰ হৈ আছিল। কিন্তু বিগুলৰ মাত শুনিলে টোপনিতো এটেনচন হৈ পৰিব খোজা পুৰণি চিপাহীৰ দৰে অভিজিতক দেখি ৰাওৰ মাজত থকা চাইকিয়েট্ৰিষ্ট জন হঠাতে যেন সজাগ হৈ উঠিল। —'গুড মৰ্ণিং বৰুৱা—আহক আহক বহক।' প্ৰশান্ত হাঁহি এটা মাৰি ৰাওৱে চকী এখন দেখুৱাই দিলে। অভিজিতে ৰাওৰ প্ৰাতঃঅভিবাদনৰ কোনো প্ৰত্যুত্তৰ নিদিলে—চকীখনৰ পিনেও আগবাঢ়ি নাহিল। য'তে ঠিয় হৈ আছিল ত'ৰে পৰাই মাথোন কলে—'আজি মই যোৱাটোৱেই স্থিৰ কৰিলো। ইয়াত থকা মোৰ কাৰণে আৰু সম্ভৱপৰ নহব। কিন্তু যোৱাৰ আগেয়ে কেইটামান কথা আপোনাক কৈ থৈ যাওঁ। তাৰ বাবে যি শাস্তি দিয়ে লৈ যাবলৈও মই প্ৰস্তুত।'

—'কওক—নিসঙ্কোচে কওক। কিন্তু ঠিয় হৈ কেলৈ। ঠিয় হৈ অপৰাধীয়ে কথা কোৱা নিয়মটো মাত্ৰ আমাৰ চৰকাৰী আদালততহে আছে।—বহক।' ৰাওৱে আবহাওৱাটো অলপ পাতল কৰিবলৈ চেষ্টা কৰিলে। পাতল অৱশ্যে কৰিবই লাগিব। অভিজিতক ৰাওৱে যাবলৈ এৰি নিদিয়ে। কিন্তু



ৰাওৰ কথামতে বহিল যদিও অভিজিতৰ বিশেষ অবান্তৰ পৰিলক্ষিত নহ'ল। ৰাওৱে আকৌ ক'লে—'বেচ এতিয়া আপোনাৰ অপৰাধবোৰৰ কথা শুনো। শাস্তিৰ কথা বাৰু পিচত বিবেচনা কৰি চোৱা হব। অলপ পৰ তলমুৱা হৈ থাকি অভিজিতে কলে—'মোৰ নাম সুৰজিত নহয়—অভিজিতহে।'

—আপুনিতো প্ৰকৃত পৰিচয় নিদিয়ে বুলি প্ৰথমেই কৈছিল। গতিকে পৰিচয় গোপন কৰিবলৈ নামটো মানুহে নিশ্চয় সলনি কৰি লব'। কথা কিষাৰ কৈ থাকোতে ৰাওৱে অভিজিতক সূক্ষ্মভাবে নিৰীক্ষণ কৰিব ধৰিছিল। প্ৰথম দিনা নামটো সোধোতে অভিজিতে যি ধৰণে উত্তৰটো দিছিল তালৈ চাই ৰাওৰ অনুমান হৈছিল—অভিজিতে নিজে নজনাকৈয়ে অন্যমনস্ক ভাবে নামটো কৈ পেলাইছিল আৰু কৈ উঠি আত্ম পৰিচয় দিবলৈ অনিচ্ছুক অভিজিত অপ্ৰস্তুত হৈ পৰিছিল। গতিকে নামটো—আচল নাম বুলিয়েই ৰাওৰো ধাৰণা হৈছিল। কিন্তু মিছা নাম এটা কোৱাৰ পিচতো অভিজিত কিয় ইমান অপ্ৰস্তুত হৈ পৰিছিল আৰু এই নামটোৱেই বা অভিজিতৰ মুখৰ পৰা কিয় আপোনা আপুনি ওলাই অহিছিল সিও এটা ভাবিব লগীয়া কথা। সেই সম্পৰ্কে অৱশ্যে অনুসন্ধান কৰিবলৈ পিচতো সময় পোৱা যাব। বৰ্তমানে বৰ্তমানৰ কামটো কৰাই ভাল বুলি কৃত্ৰিম গাম্ভীৰ্যৰে ৰাওৱে আকৌ ক'লে—'তথাপি আপুনি এটা দোষ কৰিছে যেতিয়া শাস্তিও পাব লাগিব

শাস্তি স্বৰূপে আপোনাক আজিৰ পৰা সুৰজিত বৰুৱা বুলি নামাতি অভিজিত বৰুৱা বুলি মতা হব।'—'যদি আনটো অপৰাধৰ কথা শুনাৰ পিচতো মাতিবৰ স্পৃহা থাকে।'

—বাৰু আগেয়ে শুনি লওঁচোন।

অভিজিতে ক্ষন্তেক পৰ থমকি ৰ'ল।—বোধকৰো এটা চূড়ান্ত মুহূর্তৰ কাৰণে নিজকে প্রস্তুত কৰি লবলৈ। তাৰ পিচত লাহে লাহে কব ধৰিলে—'নিজৰ অক্ষমতা ঢাকিবলৈ যিজনী ছোৱালীক চৰিত্রহীনা বুলি ত্যাগ কৰাৰ অভিনয় কৰিছিলো সেই ছোৱালীজনী কোন আছিল আপুনি বোধকৰো নাজানে।'—

—'জানো।'

—'জানে?'

—'তাইৰ নাম আছিল অনিতা ৰাও।—কলেজত অনিতা দেবী।'

বজ্রাহত মানুহৰ দৰে অভিজিতে ৰাওৰ পিনে চাই ৰ'ল। এটা মৃদু হাঁহি মাৰি ৰাওৱে কলে—'সেই অপৰাধৰ শাস্তি স্বৰূপে আপুনি অনিতাক বিয়া কৰাব লাগিব।'

—'বিয়া কৰাব লাগিব? কিন্তু'—অভিজিত কেৰাহীৰ পৰা আহি যেন জুইত পৰিল। ৰাওৱে ঘনকৈ সুধিলে —'কিন্তু কি?'

—'কিন্তু ইমান ডাঙৰ এটা বিশ্বাসঘাতকতা কৰাৰ পিচতো অনিতাক মই মুখ দেখুৱাম কেনেকৈ?'—'বিয়া নকৰালে আৰু



বেচি বিশ্বাস ঘাতকতা কৰা নহব জানো—বিশেষতঃ যেতিয়া অনিতাই এতিয়াও আপোনাক পাহৰিব পৰা নাই?' ৰাওৱে ওলতাই সুধিলে। কিন্তু লগে লগে অভিজিতে প্রতিবাদৰ সুৰত কৈ উঠিল—'ওঁহো অনিতাই মোক আৰু ভাল নাপায়। She rather hates me—আপুনি ভুল কৰিছে।'—'চাওক বৰুৱা।' চিগাৰেটটো ওঠৰ কিনাৰত কামুৰি ধৰি ৰাওৱে কলে—'মই প্রায় দেড়কুৰি বছৰৰ অভিজ্ঞতা থকা চাইকিয়ে ট্রিষ্ট। মানুহৰ মনৰ কথা আপোনাতকৈ বেচি ভাল বুজো।' অভিজিতে কি কব বিচাৰি নাপালে। ৰাওৱে আকৌ কৈ গ'ল—'আপুনি কৈছে তাই আপোনাক ঘিন কৰে। কালিৰ কথাবতৰা ব্যৱহাৰত তাৰ কিছু আভাসো হয়তো আপুনি পাব পাৰে। কিন্তু মনত ৰাখিব প্রেমে কেতিয়াবা ঘৃণাৰ ৰূপেৰেও আত্ম প্রকাশ কৰে।'

মানুহৰ মনৰ কথা লৈ ৰাওৰ সতে তর্ক কৰিবলৈ অভিজিতৰ সাহস নহ'ল। অভিজিতে অন্য পথ ললে। কলে— 'কিন্তু আপুনিতো জানে—I am sick.

—'কিন্তু আপুনিতো পৰহি কৈছিল—you were alright?' অলপ আচৰিত হোৱাৰ ভাওজুৰি ৰাওৱে সুধিলে। কওঁ নকওঁকৈ অভিজিতে কলে—'কৈছিলো—কিন্তু।'—

—'কিন্তু আপুনি আৰোগ্য হব নোখোজে। ৰাওৱে এইবাৰ অলপ হাঁহি দিলে।

—'মানে?

—'প্ৰথম দিনাই আপোনাক মই সুধিছিলো আপুনি আৰোগ্য হব খোজে নেকি সোধাৰ কাৰণ আছিল। বহুত ৰোগী আছে যি সকলে আৰোগ্য হব নোখোজে। বাকু সেইবোৰ কথ পিচত হব। এতিয়া চাহ খোৱা যাওক। চাহ খাই আপুনি অলপ জিৰণি লওক। ৰাতি নিশ্চয় আপোনাৰ ভাল টোপনি অহা নাছিল। পাৰে যদি অলপ শুই লওক। গধূলিকে আকৌ কথা পাতিম।—

*　　　　*　　　　*

গধূলি আকৌ ৰাও অভিজিতৰ সৈতে বেলকনিত বহিছে। ওচৰতে সৰু টেবুল এখনৰ ওপৰত থকা দুটা সুদৃশ্য কাচৰ গিলাচৰ তলিত নাম মাত্ৰ লেমন স্কোৱাচ পৰি আছে। একান্ত মনে ৰাওৱে চিগাৰ হুপিব ধৰিছিল। এনেতে এবাৰ অভিজিতে মাত লগালে—'আপোনাক এটা কথা সোধো বুলি ভাবিছো।'

—'সোধক।'—আপুনি কৈছিল ব্ৰহ্মচৰ্যৰ অভাৱত মানুহৰ একো অনিষ্ট নহয়। কিন্তু আমাৰ পুৰণি ঋষি মুনি সকলে ব্ৰহ্মচৰ্যৰ ওপৰত ইমান গুৰুত্ব দিছিল কেলৈ?'—'চাওক। চিগাৰৰ ধোৱাখিনি উকুৱাই দি ৰাওৱে কব ধৰিলে—ব্ৰহ্মচৰ্যৰ কোনো মূল্য নাই বুলি মই কব খোজা নাই। শিল্প প্ৰেম, দেশ প্ৰেম, ভগবৎ প্ৰেম আদি যৌনজ প্ৰেমৰেই ৰূপান্তৰ বা



চাবলিমেচন যিটো চাবলিমেচন মানুহে মুক্ত যৌন জীৱন যাপন কৰা হলে সম্ভৱপৰ নহ'লহেতেন। কিন্তু আমি যে ব্ৰহ্মচৰ্যক এটা বিকৃত নেতিবাচক লৌকিকতাত পৰিণত কৰি পেলাইছো। মাক দেউতাক ঢুকালে মনৰ বেজাৰতে মানুহে বহুদিন খোৱা লোৱা নকৰিছিল,—দাড়ি চুলি নাকাটিছিল। কিন্তু এতিয়া বাপেক মৰাৰ পিচত বাপেকৰ সাঁচতীয়া ধনেৰে মদ ভাং খাবলৈ আশা পালি থকা কৃতী সন্তান সকলেও বাপেক মৰাৰ পিচত এমাহলৈ এবেলা খাই দাড়ি চুলি নকটা হ'ল। ঋষি মুনি সকলে আন কিছুমান উচ্চস্তৰৰ চিন্তাত ইমান বেচি বিভোৰ আছিল যে তেওঁলোকৰ যৌনজ চিন্তাৰ কাৰণে অবকাশ বা প্ৰবৃত্তি কমি গৈছিল—গাভৰুৰ প্ৰতি থকা লালসা জ্ঞানৰ লিপ্সালৈ ৰূপান্তৰিত হৈছিল। কিন্তু শেষত গৈ কেৱল যৌন ক্ৰিয়াৰ পৰা বিৰত থকাটোৱেই নৈতিকতাৰ শেষ কথা হৈ পৰিল—যৌন শক্তি আন কিবা উচ্চতৰ শক্তিলৈ ৰূপান্তৰিত হওক বা নহওক। কিন্তু এইটো কথা সত্য ব্ৰহ্মচৰ্য সম্বন্ধে বিকৃত ধাৰণাই মানুহৰ যিমান দৈহিক আৰু মানসিক ক্ষতি কৰিছে ব্ৰহ্মচৰ্যৰ অভাৱে সিমান নোৱাৰে।'—'কিন্তু ব্ৰহ্মচৰ্যৰ অভাৱ যৌনাঙ্গৰ খৰ্বতাৰ কাৰণ বুলি কোৱা কথাষাৰতো মিছা নহয় যেন লাগে?' সোধো নোসোধোকৈ অভিজিতে সুধিলে। প্ৰত্যুত্তৰত এটা সৰু হাঁহি মাৰি ৰাওৱে সুধিলে—'সৰু কাল-ডোখৰত আপুনি মোতকৈ বেচি পঢ়া শুনা কৰিছিল যেন পাওঁ।'

—পঢ়াশুনা?' ৰাওৱে কি কব খুজিছে বুজিব নোৱাৰি অভিজিতে

ৰাওলৈ চাই ৰল।

—নহলে আপোনাৰ চকু দুটা মোতকৈ কেলৈ সৰু হব।'
—কিন্তু পঢ়া শুনাৰ লগত চকুৰ আকৃতিৰ কি সম্বন্ধ থাকিব পাৰে —

—'ঠিক কৈছে। একো সম্বন্ধ নাই। ঠিক তেনেকৈ ব্ৰহ্মচৰ্যৰ লগতো যৌনাঙ্গৰ আকৃতিৰ কোনো সম্বন্ধ নাই। এইটোও জন্মগত।' অলপ ৰৈ ৰাওৱে আকৌ কব ধৰিলে—'আচল কথা কি জানে। আপোনাৰ মনলৈ যে এই নানান ধৰণৰ সন্দেহবোৰ আহিব ধৰিছে তাৰো নিশ্চয় এটা গভীৰ ধৰণৰ কাৰণ আছে। আপোনাৰ অসুখৰ ইমিডিয়েট কজটো হয়তো বিচাৰি পোৱা গৈছে। এটা ভিত্তিহীন ইনফিৰিয়ৰিটি ফিলিঙৰ কাৰণে আপুনি অক্ষম হৈছিল। কিন্তু কথা হ'ল কিয় আপোনাৰ সেই ইনফিৰিয়ৰিটি ফিলিং আহিল। কিয় আজিও সকলে বুজাৰ পিচতো সেই ফিলিংটো যাব খোজা নাই?' চিগাৰেত আৰু দুটামান হোপা মাৰি ৰাওৱে কলে—'বাৰু সেইবোৰ থাওক। সিদিনাৰ দৰে আপুনি সৌ চকীখনত বহক—মোৰ পিনে উভতি নাচাব। আৰাম কৰি বহি সৌ দৈখনৰ পিনে চাই থাকক। ঠিক আছে—বাৰু এতিয়া আপোনাৰ যৌনজীৱনৰ অভিজ্ঞতাবোৰৰ কথা কৈ যাওঁকচোন। এমুৰৰ পৰা কৈ যাব। কি কৰিছিল। দেখিছিল, শুনিছিল আৰু কি ভাবিছিল—। in details কব। মনত পৰা একো কথাই বাদ নিদিব। বাৰু আপোনাৰ জীৱনৰ প্ৰথম



অভিজ্ঞতাটোৰ পৰাই আৰম্ভ কৰক।'

কিছুপৰ দৈখনলৈ অলস ভাবে চাই থকা অভিজিতে কৈ যাব ধৰিলে। ৰাওৱে কথাবোৰ চৰ্টহেণ্ডত লিখি গ'ল।

—তেতিয়া অভিজিত ক্লাছ থ্ৰিত। ঘৰতে পঢ়ি পাঠশালা স্কুলৰ প্ৰথম শ্ৰেণীত নাম লগাইছিল। এবাৰ ডবল প্ৰমোচনো পাইছিল। গতিকে স্বাভাৱিকতেই অভিজিত বয়সত শ্ৰেণীৰ আনবোৰ লৰাতকৈ সৰু আছিল। —বহু কথা বুজিছিলো কমকৈ।

অভিজিতহঁতৰ স্কুলৰ আগফালে এখন ফুটবল ফিল্ড আছিল। দুপৰীয়া গৰু ছাগলী কিছুমান আহি চৰেহি। অভিজিতে লক্ষ্য কৰিছিল গৰু ছাগলীবোৰে মাজে মাজে খেদাখেদি কৰি ইটোৰ গাৰ ওপৰত সিটো জপিয়াই পৰে। লৰাবোৰে তাকে দেখি কিবাকিবি কথা কিছুমান ফুচফুচাই কয় আৰু হাঁহে। কি হৈছে বুলি সুধিলে সিহঁতে অভিজিতক বেঙা, অকৰা, বুৰ্বক বুলি ইতিকিং কৰে।

অভিজিতহঁতৰ ঘৰৰ আগফালে এজন মুছলমান মোক্তাৰ আছিল। মোক্তাৰৰে ভাগিনীয়েক—নাম মীৰ্জা। হাইস্কুলত পঢ়ে—সম্ভৱ এইটত। পঢ়াশুনাত ভাল। অভিজিতৰ দেউতাকেও মীৰ্জাক খুব মৰম কৰিছিল। মীৰ্জাক অভিজিতৰ গাৰ্জিয়েন পাতি দিছিল। মীৰ্জাই খুব ভাল সাতুৰিব জানিছিল। অভিজিতৰ দেউতাকৰ কথা মতে মীৰ্জাই অভিজিতক সাঁতোৰ শিকাইছিল। স্কুলৰ পৰা আহি দুইটাই সাতুৰিবলৈ যায়।

—সেই দিনা কিবা কাৰণত স্কুল হাফ হৈছিল। অলপ সোনকালেই দুয়োটা নৈৰ ঘাটলৈ গ'ল —গামোচা পিন্ধি পানীত নামিল। নৈৰ পাৰত তেতিয়া এহাল ছাগলীয়ে খেদাখেদি কৰি আছিল। অভিজিতে মীৰ্জাক এবাৰ সুধিলে—বাৰু মীৰ্জা দা! গৰু ছাগলীবোৰে কিয় তেনেকৈ খেদাখেদি কৰি ইটোৰ গাৰ ওপৰত সিটোৱে জপিয়াই পৰে' কব নোৱাৰো যা, বুলি ভেকাহি মাৰি পঠিয়াই মীৰ্জাই ছাগলী হাললৈ চাই ৰ'ল। মীৰ্জাৰ মুখখন অসম্ভৱ ৰকমে ৰঙা পৰিব ধৰিছিল। কিছুপৰ ছাগলী হাললৈ চাই থাকি মীৰ্জাই নিজেই সুধিলে—'কিয় তেনেকুৱা কৰে নাজান হবলা? অভিজিতে নাজানো বুলি কলে।' —বাৰু শুন বুজাই দিওঁ। কিন্তু তই কাৰো আগত নকওঁ বুলি সৈ কাঢ়। নকওঁ বুলি অভিজিতে কথা দিলে। মীৰ্জাই জন্ম ৰহস্যৰ সম্বন্ধে বুজাব ধৰিলে। ছাগলীহাল তেতিয়া পানীৰ নিচেই ওচৰ চাপি আহিছিল। সিহঁতৰ গাৰ অঙ্গ প্ৰতাঙ্গবোৰ সুস্থ হৈ পৰাত মীৰ্জাৰ কথাবোৰ অভিজিতৰ বিশ্বাসো হৈছিল। কিন্তু মীৰ্জাই যেতিয়া কলে মানুহৰ ক্ষেত্ৰতো তেনেকুৱাই হয়,—অভিজিতৰ মাকে কোৱাৰ দৰে কেচুৱাবোৰে ঈশ্বৰে বেৰাৰ ফুটাৰে দি নাযায়হি। অভিজিতৰ সন্দেহ হব ধৰিছিল। অভিজিতে কলে—যা মানুহৰ তেনেকুৱা নহয়। কিন্তু অভিজিতৰ অজ্ঞতাত মীৰ্জাই হাঁহি দি কৈছিল—নহয় অকৰা, মানুহৰো তেনেকুৱাই। দুয়োটা তেতিয়া প্ৰায় এবুকু পানীৰ মাজত। পানীৰ ভিতৰতে



মীৰ্জাই অভিজিতৰ শৰীৰৰ বিভিন্ন অঙ্গত হাত বুলাই মানুহৰ সম্বন্ধেও কিছু কথা কলে। লাজ লাগিছিল যদিও কথাবোৰ নতুন নতুন যেন লগাত অভিজিতৰ ভালো লাগিছিল। পানীৰ পৰা উঠি মীৰ্জাই কলে—বল সৌ ঘৰটোলৈ যাওঁ। কথাবোৰ তোক ভালকৈ বুজাই দিওঁগৈ।

নৈৰ পাৰত এটা পৰিত্যক্ত সৰু খেৰৰ ঘৰ আছিল। ঘাটতো তাত থাকোতে ঘাটুৱৈসকলে ঘৰটো ব্যৱহাৰ কৰিছিল। তেতিয়া ঘাটটো তাৰ পৰা উঠি গৈছে। দুয়োটাই ঘৰটোলৈ গ'ল। অভিজিতে লগত লৈ যোৱা আনখন শুকান গামোচাৰে গাটো মচিব ধৰিলে। মীৰ্জাই সৰু ল'ৰাৰ দৰে পিন্ধি থকা গামোচা খনকে খুলি চেপি লৈ গা মচিব ধৰিলে। লাজ লাগিছিল যদিও মীৰ্জাৰ দেহৰ পূৰ্ঠ অংশবোৰৰ বৈশিষ্টবোৰ অভিজিতে লক্ষ্য নকৰাকৈ থাকিব নোৱাৰিলে। মীৰ্জাই এবাৰ টান মাৰি অভিজিতৰ গামোচাখনো খুলি পেলাই দিলে....। ....বাধা? অভিজিতে প্ৰথমে অৱশ্যে বাধা দিছিল। কিন্তু মীৰ্জাই তাৰ কৰঙনৰ মাজত অভিজিতক জোৰেৰে চেপি ধৰিছিল। ...অভিজিতে নিজৰ কৰঙনৰ মাজত অনুভৱ কৰিছিল মীৰ্জাৰ উত্তপ্ত গলিত যৌৱন। সেইটোৱেই অভিজিতৰ জীৱনৰ প্ৰথম অভিজ্ঞতা।

তাৰ পিচত—? তাৰ পিচত অভিজিত ঘৰলৈ উভতি আহিল। ঘৰ সোমায়েই দেউতাক চ'ৰাঘৰত বহি থকা দেখি অভিজিত অলপ উচপ খাই উঠিছিল। দেউতাকক

এনেয়ো অৱশ্যে অভিজিতৰ ভয় লাগে। ধুনীয়া—কিন্তু ভয় লগা মানুহ। প্ৰকাণ্ড ওখ হটঙা চেহেৰা। চাহাবটোৰ দৰে বগা। চুলিবোৰ চুটি চুটিকৈ কাটে। একোচা মুগা বৰণীয়া গোফ। চকুকিটা ঠিক বাঘৰ দৰে। চালে গাৰ তেজ গোট মাৰি আহিব খোজে। দেউতাক সংস্কৃতৰ শিক্ষক। ভাল পঢ়ুৱায় কিন্তু ল'ৰাবোৰে বাঘৰ দৰে ভয় কৰে। ওচৰৰ মানুহবোৰে অৱশ্যে বৰ ভাল পায়। কয়—পণ্ডিত মানুহ—দেৱতুল্য মানুহ।

মূৰৰ পৰা ভৰিলৈ চাই দেউতাকে অভিজিতক সুধিলে—কলৈ গৈছিলি? অভিজিতৰ অনুমান হ'ল দেউতাকে বোধকৰো সকলো দেখি আছিল। থোকাথুকি মাতেৰে ক'লে—মীৰ্জাৰ লগত সাতুৰিবলৈ গৈছিলো।

দেউতাকলৈ এগিলাচ চৰবত লৈ অভিজিতৰ মাক সোমাই আহিছিল! অভিজিতৰ কথাষাৰো মাকৰ কাণত পৰিছিল। মাকে ধমকি দি কৈ উঠিল—ফুট গধূলিতে ভাত বিচাৰি আমনি কৰিবি। এই দুপৰীয়াখন নিজিৰাই ক'ত সাতুৰিবলৈ গৈছিলি? দেউতাকে অৱশ্যে কলে— বাৰু মীৰ্জাৰ লগত গৈছিল যদি যাওঁক! এটা স্বস্তিৰ নিশ্বাস পেলাই অভিজিত ভিতৰলৈ সোমাই গ'ল। এনেতে অভিজিতৰ কাণত পৰিল—দেউতাকে কৈছে—মীৰ্জাৰ দৰে পঢ়াই শুনাই স্বভাবে চৰিত্ৰে ধুনীয়া ল'ৰা বৰ কম হয়। পাছত অৱশ্যে অভিজিতে শুনিছিল মুছলমান ল'ৰা হৈও মীৰ্জাই সংস্কৃত লোৱাত অভিজিতৰ



দেউতাকৰ মীৰ্জাৰ প্ৰতি এটা টান আছিল।

সেইদিনা ৰ'দটো বৰ চোকা আছিল। নৈৰ ঘাটৰ পৰা উভতি আহোতে গৰমত অভিজিতৰ কাপোৰ কানিবোৰ ঘামত তিতি গৈছিল। ভিতৰলৈ গৈ কাপোৰবোৰ সলাওতে অভিজিতে নিজৰ দেহাটো ভালকৈ নিৰীক্ষণ কৰি চাইছিল। মীৰ্জাৰ তুলনাত নিজকে বৰ সৰু আৰু অপৈণত যেন দেখি অভিজিতৰ অলপ বেয়া লাগি গৈছিল।

তাৰ পিচৰে পৰা মীৰ্জাৰ লগত সাঁতুৰিবলৈ গৈ অভিজিতে বেচি পৰ সময় সেই নৈৰ পাৰৰ ঘৰটোতে কটাবলৈ ধৰিলে। অভিজিতক মাজে মাজে সাৱতি ধৰি মীৰ্জাই কয়—তই ছোৱালী হব লাগিছিল।

তাৰ কিছুদিনৰ পিছতেই মীৰ্জাই গলগৈ। মামীয়েকৰ কাৰণেই যাবলগীয়া হ'ল। তিৰোতা মানুহে গিৰিয়েকৰ অঙহী বঙহীবোৰক কোনো দিনেই ভাল চকুৰে নাচায়। মামীয়েকেও মীৰ্জাক দেখিব নোৱাৰিছিল। মীৰ্জা আঁতৰাৰ লগে লগে অভিজিতৰো তেনেধৰণৰ চিন্তা ভাবনাবোৰ কিছুদিনলৈ আঁতৰ হ'ল।

তাৰ পিছৰ অভিজ্ঞতাবোৰ—? তেতিয়া বোধকৰো অভিজিত সপ্তমমান শ্ৰেণীত। অভিজিতৰ এজনী ভনীয়েক উপজিল। শোৱা খাটখন অলপ ঠেক হোৱাত কাষৰ কোঠালি এটাত অভিজিতক এখন বেলেগ বিচনা পাৰি দিলে। নতুন ঠাইত শোৱাৰ কাৰণে সেই দিনা বহু ৰাতিলৈকে অভিজিতৰ

টোপনি অহা নাছিল। বিচনাত পৰি অভিজ্জিতৰ মাকে এবাৰ কোৱা অভিজ্জিতৰ কাণত পৰিল—সি অকলে শুবলৈ ভয় কৰে নেকি ? কিন্তু দেউতাকে লগে লগে কলে—ভয় কৰিলেই হবনে। লৰা বেলেগে শুব লাগে। তাতে সি ডাঙৰো হৈছে।

ডাঙৰ হৈছে কথাষাৰে অভিজ্জিতৰ মনত এটা আচৰিত ধৰণে জোকাৰ দি গ'ল। অভিজ্জিত ডাঙৰ হৈছে নেকি ? —মীৰ্জাৰ দৰে ডাঙৰ। হঠাত কি মন গ'ল অভিজ্জিতে পেণ্টটো খুলি পেলালে। মূৰৰ তলৰ পৰা গাকটো আনি দুই কৰঙনৰ মাজত চেপি ধৰিলে। অদ্ভুত ৰকমৰ কিবা এটা ভাল লাগি গ'ল। —সমান বিৰতিৰ আঁতৰে আতৰে বিচনাখন দুলিছিল যদিও ৰচিৰ চাৰ পাই আছিল কাৰণে একো শব্দ হোৱা নাছিল। ক্ৰমাৎ সেই ভাল লগা অনুভূতিটো তীব্ৰ হৈ আহি এবাৰ এটা চূড়ান্ত মুহূৰ্ত পালেগৈ। তাৰ পিছত হঠাতে এবাৰ সকলো শান্ত হৈ আহিল।....ঢুকু ঢুকু বুকু লৈ অভিজ্জিতে আবিস্কাৰ কৰিলে অভিজ্জিতো ডাঙৰ হৈছে ; —মীৰ্জাৰ দৰেই ডাঙৰ।

তাৰ পিচৰে পৰা অভিজ্জিতৰ জীৱনলৈ এটা অদ্ভুত শিহৰণ আহিল। কামজ চিন্তাৰে সদায় মনটো ভৰি থাকে। টোপনিত পৰাৰ আগেয়ে প্ৰায়ে প্ৰথম ৰাতিৰ অভিজ্ঞতাৰ পুনৰাভিনয় কৰে। কিন্তু অসুবিধা হয় দিনত। মাক দেউতাক ঘৰত থাকে। আবেলি হলেই সাতুৰিবলৈ বুলি নৈৰ ঘাটলৈ



ওলাই যায়। নৈৰ পাৰৰ সেই খেৰৰ ঘৰটো তেতিয়া নাছিল। সাতুৰি উঠি বৰ গছ এজোপাৰ তলৰ ফুটুকানিৰে ঘেৰা ঠাই এডোখৰৰ মাজত বহি উত্তেজনাৰ উপশম বিচাৰে। —আবেলি সময়ত নে ৰাতি ? নহয় ৰাতিতকৈও আবেলি পৰতেই অভিজিতে বেচি অস্থিৰতা অনুভৱ কৰিছিল।

এদিনাখন ওচৰৰে অভিজিততকৈ অলপ সৰু লৰা এটা লগত লৈ অভিজিত সাতুৰিবলৈ গ'ল। সাতুৰি থাকোতে অভিজিত বৰ উত্তেজিত হৈ পৰিছিল। কিন্তু কেনেকৈ লৰাটোৰ ওচৰ চাপে বুজিব পৰা নাছিল। এনেতে এটা যাড়ে এজনী গাই গৰু খেদি লৈ আহিল। অভিজিতে লৰাটোৰ ওচৰলৈ গৈ কলে—চাচোন গৰু হাল। সৰু হলেও লৰাটো অবুজ নাছিল। লাজ পাই সি ধেৎ বুলি ভেকাহি মাৰি উঠিল। অভিজিত আৰু বেচি উত্তেজিত হৈ পৰিছিল। লৰাটোকে অভিজিতে পিচ ফালৰ পৰা সাৱত মাৰি ধৰিলে। কিন্তু আজোৰ মাৰি লৰাটো পাৰলৈ উঠি আহিল আৰু অভিজিতলৈ এবাৰ পেন্দোৱাকৈ চাই ঘৰলৈ খোজ ললে।

তাৰ পিচৰ অভিজ্ঞতাটো এজনী ছোৱালীৰ সৈতে। এদিনাখন অভিজিতে নৈত সাঁতুৰি আছে। এনেতে চকুত পৰিল নৈখনৰ অলপ নামনিত লাহতী নামৰ এজনী ছোৱালীয়ে কাপোৰ আওখালিব ধৰিছে। লাহতী অভিজিততকৈ এবছৰ মানৰ ডাঙৰ। সাতুৰি ভটিয়াই গৈ লাহতীয়ে কাপোৰ আওখলি থকা ঘাটটোৰ পিনে অভিজিত উঠি আহিল। অভিজিতৰ

কঁকালৰ গামোচাখন কোচ খাই কৰঙনৰ ওপৰলৈকে উঠি আছিল। কিন্তু ইচ্ছা কৰিয়েই অভিজিতে গামোচাখন ননমালে। দেখিও নেদেখাৰ ভাও জুৰি লাহতীয়ে তলমুৰা হৈ কাপোৰ ধুব ধৰিলে। অভিজিতে সুধিলে—কি কৰিছ? লাহতীয়ে একো নামাতিলে। অপ্রস্তুত হৈ কঁকালৰ গামোচাখন অলপ ঠিক কৰি অভিজিতে কলে—বলছোন সোঁ হাবি টুকুৰালৈ যাওঁ। অভিজিতে লাহতীৰ হাতখনত ধৰিলে। —খবৰ্দাৰ বুলিছো দেই। কথা বেয়া হব কিন্তু। লাহতীয়ে গৰজি উঠিল। একো নহয় আহ বুলি অভিজিতে লাহতীক ফুটুকানিখনৰ পিনে টানি নিব খোজোতেই লাহতীয়ে ইখন হাতেৰে অভিজিতৰ গালত ঠাচকৈ চৰ মাৰি দিলে। ভয়ানক অপ্রস্তুত হৈ অভিজিতেও হাত এৰি দিলে। আওতলা কাপোৰ খিনি তুলি লৈ লাহতী গুছি গ'ল। যাবৰ সময়ত কৈ গল—ৰ, মাৰৰ আগত কৈ দিম।

গোটেই দিনটো অভিজিত ভয়ত পেপুৰা লাগি আছিল। পিচদিনা অভিজিত লাহতীহঁতৰ ঘৰ ওলালেগৈ। লাহতীয়ে মজিয়াত বহি মহুৰা ফুৰাব ধৰিছিল! অভিজিতক দেখি কঠোৰ ভাবেৰে সুধিলে—কি লাগে। অভিজিতে আগদিনাখনৰ কৃতকৰ্মৰ বাবে অনুতাপ কৰি ক্ষমা খুজিলে। ঠাট্টাৰ সৰু হাঁহি এটা মাৰি লাহতীয়ে কলে—এতিয়া ভয় লাগিছে হবলা? —তই যদি এইবোৰ কথা মাৰ আগত কৈ দিৱ মই মৰি যাম। কান্দো কান্দো হৈ অভিজিতে কলে। ওচৰৰে বিচনা



এখন দেখুৱাই দি লাহতীয়ে কলে—বহ তাতে। শান্ত-শিষ্ট সুবোধ বালকৰ দৰে অভিজিত বহিল। আধা মেল খাই থকা দুৱাৰখন জপাই থৈ লাহতীও ওচৰতে বহি পৰিল আৰু অভিজিতৰ থুতৰিটোত লাহেকৈ টোকৰ মাৰি কলে —অ' ইমানৰহে মন্তা ল'ৰা। লাহতীৰ কান্ধত হাত এখন দি অভিজিতে কলে—তই মাৰ আগত একো নকওঁ বুলি ক। দুহাতেৰে সাৱাত ধৰি লাহতী বিচনাত শুই পৰিল আৰু শৰীৰৰ সমগ্ৰ শক্তিৰে বুকুৰ মাজত অভিজিতক চেপি ধৰি কলে—নকওঁ নকওঁ ভয় নকৰিবি, একো নকওঁ। লাহতীৰ মুখখন অসম্ভৱ ৰকমে ৰঙা পৰিছিল আৰু কিবা এটা অদ্ভূত অস্বস্তিকৰ চাৱনি লৈ অভিজিতলৈ চাই আছিল। এবাৰ আকৌ লাহতীয়েই খুব মৰমেৰে কোৱাদি কলে—লোকৰ ছোৱালীক এনেকৈ বাটে ঘাটে উৎপাত কৰিব নাপায় নহয়। অভিজিতে আজিৰ পৰা নকৰো বুলি কলে। লাহতীয়ে আৰু কিছুপৰ অভিজিতৰ চকুলৈ চাই ৰ'ল। তাৰ পিছত ওঁঠ দুটা অভিজিতৰ ওঁঠৰ ওচৰ চপাই আনি কলে—মোক এটা চুমা খা। অভিজিতে ইতস্ততঃ কৰা দেখি লাহতীয়ে কলে—ঘৰত কোনো নাই। দেউতা মামাহঁতৰ ঘৰলৈ গৈছে। গধূলিহে পাবহি। ভাইটি-ভনীটি কিটাও নাই। টপকৈ ওঁঠত চুমা এটা খাই অভিজিতে কলে—এৰি দে মই যাওঁ। লাহতীয়ে এৰি দিলে। ওলাই গৈ দুৱাৰ মুখ পাওঁতেই অভিজিতৰ কাণত পৰিল লাহতীয়ে কৈছে—অপদাৰ্থ কৰবাৰ। —ওঁহো

লাহতীয়ে সাৰতি ধৰি থাকোতে অভিজিত হোৱা নাছিল। অজগৰে মেৰিয়াই ধৰা পহুৰ দৰে অভিজিত নিশ্চল হৈ পৰি আছিল। সম্ভৱতঃ ছোৱালীজনীয়ে অভিজিতৰ ওপৰত খং কৰি থকা নাই বুলি জানি মনটো ইমান পাতল লাগি গৈছিল যে আন একো কথা আৰু মনলৈ অহা নাছিল। নৈৰ ঘাটত—? নৈৰ ঘাটত দেখিবৰ দিনা অৱশ্যে অভিজিত উত্তেজিত হৈছিল। প্ৰকৃত দৈহিক উত্তেজনাই আহিছিল।

তাৰ পিচত অভিজিতে কৈ যাব ধৰিলে— দশমমান শ্ৰেণীত পঢ়োতে পোৱা সেই সংযম আৰু ব্ৰহ্মচৰ্য্য নামৰ কিতাপখনৰ কথা—।

অভিজিত নীৰৱ হোৱাৰ পিচত ৰাওৱে গোটেই কথাবোৰ মনৰ ভিতৰতে এবাৰ জুকিয়াই চালে। অভিজিতৰ জীৱনৰ প্ৰথম যৌন-অভিজ্ঞতাটোৱেই হ'ল সমকামী অভিজ্ঞতা। যৌৱন প্ৰাপ্ত হোৱাৰ আগেয়ে লৰাছোৱালীক কৃত্ৰিম ভাবে উত্তেজিত কৰি দিলে উত্তেজিত কৰি দিওঁতাজনৰ জীৱনৰ কিছু বেয়া প্ৰভাৱ লৰা-ছোৱালীৰ ওপৰত পৰে। —এনি নামৰ সেই ছোৱালীজনী চুৰুণী হৈ পৰিছিল। কাৰণ সৰুতে তাইক যৌন শিক্ষা দিয়া ছোৱালীজনী চুৰুণী আছিল। চুৰ কৰিয়েই এনিয়ে এটা যৌন তৃপ্তি পাইছিল। এই ক্ষেত্ৰত অৱশ্যে সেই কথাটো খাটে বুলি অনুমান নহয়। —মীৰ্জাৰ সংশ্ৰৱলৈ অহাৰ আগৰে পৰাই অভিজিত সমকামী। —প্ৰথমৰে পৰাই সমকামী অভিজ্ঞতা তৃপ্তিৰে উপভোগ কৰা বুলি



অনুমান হয়! —তথাপি মীৰ্জাৰ সম্বন্ধে আৰু কিছু কথা জনা দৰকাৰ। —মীৰ্জা। —দেউতাকে পাতি দিয়া অভিভাৱক। —মীৰ্জাক দেউতাকে মৰমো কৰিছিল। —মীৰ্জাই দেউতাকৰ প্ৰতিনিধিত্ব কৰে। মীৰ্জাৰ মাজত হয়তোবা অভিজিতে দেউতাকক বিচাৰি পাইছিল। —ৰেৰ্ভাৰ্চ'ড্ কমপ্লেমৰ লক্ষণ প্ৰথমৰে পৰাই চকুত পৰে। —দেউতাকৰ সম্বন্ধে আওপকীয়া প্ৰশংসা—ভয় লগা মানুহ—ধুনীয়া মানুহ —দেৱতুল্য মানুহ। —এটা নাৰীসুলভ আত্মসমৰ্পণৰ প্ৰবৃত্তি। —মীৰ্জাই কৈছিল—হয়তোবা মীৰ্জাৰ মাজত থকা দেউতাকে কৈছিল—তই ছোৱালী হব লাগিছিল। ৰেভাৰ্চ'ড ইদিপাচ কমপ্লেমৰ আন এটা লক্ষণ মাকৰ প্ৰতি বিদ্বেষ আৰু নাৰী বিদ্বেষী মনোভাৱ। প্ৰথম যৌন অভিজ্ঞতালৈ অহাৰ পিচতে মাকে ধমকি দিছিল। —দেউতাকে অভিজিতৰ পক্ষ লৈছিল। —লাহতী নামৰ ছোৱালীজনীয়েও ভয় দেখুৱাইছিল অভিজিতৰ মাকক কৈ দিব বুলি। নাৰী বিদ্বেষ। মীৰ্জাৰ মাহীয়েকৰ প্ৰসঙ্গত অভিজিতে কৈছিল—তিৰোতা মানুহবোৰে গিৰিয়েকৰ অঙহী ৰঙহীবোৰক কোনো দিনেই ভাল চকুৰে নাচায়। —কথাকিষাৰ কওঁতে অভিজিতৰ মুখত ফুটি উঠা ঘৃণাৰ ভাবটোও লক্ষ্য কৰিবলগীয়া। —অভিজিতে মীৰ্জাৰ মাজত দেউতাকক বিচাৰি পাইছিল। —মীৰ্জাই ভাল সাতুৰিছিল। অভিজিতেও ভাল সাতোৰে। —সাতোৰাৰ অভ্যাসটো এৰিব পৰা নাই। —সাতোৰ শিকিছিল আকৌ দেউতাকৰ উপদেশত।

মীৰ্জাই নৈৰ পাৰত সমকামী সঙ্গমৰ মাজেৰে যৌনতৃপ্তি লভিছিল। নৈৰ পাৰতে আন এটা ল'ৰাৰ স'তে অভিজিতেও লভিছিল। নৈৰ পাৰতে আন এটা ল'ৰাৰ স'তে অভিজিতেও মিলিত হবলৈ চেষ্টা কৰিছিল।—হয়তোবা অভিজিতে সেই সময়ত নিজকে মীৰ্জা বুলি আৰু ল'ৰাটোক অভিজিত বুলি কল্পনা কৰি লৈছিল।—মীৰ্জাক অনুকৰণ কৰিব খুজিছিল।—মীৰ্জাৰ দৰে অভিজিতেও গৰুহাল দেখি জন্ম ৰহস্যৰ কথা বুজাব খুজিছিল।—কিন্তু ছোৱালীজনী? অৱশ্যে লক্ষ্য কৰিব লগীয়া ঘৰৰ ভিতৰত ছোৱালীজনীয়ে সাবতি ধৰাৰ পিচতো অভিজিত উত্তেজিত হোৱা নাছিল।—ভয়ৰ কাৰণে? ওঁহো ছোৱালীজনীয়ে আগ ভাগ লৈছিল।—ভয়ৰ কাৰণ নাছিল। আগদিনাৰ লজ্জাকৰ অভিজ্ঞতাৰ কাৰণে? ওঁহো ছোৱালীজনীৰ মৰম লগা ব্যৱহাৰত তাৰ গ্লানি কাটি যোৱা উচিত আছিল।—ছোৱালী এজনীয়ে বুকুত সাবতি লৈ থকাৰ পিচতো কোনো ৰকমৰ উত্তেজনা অনুভৱ নকৰি ভভগৰে মেৰিয়াই ধৰা পছুৰ দৰে নিশ্চল হৈ পৰি থকা-টোৱেই বা কেনে কথা।—কিন্তু নৈৰ পাৰত সেই একেজনী ছোৱালীকে দেখি অভিজিত উত্তেজিত হৈছিল —ছোৱালী বুলি নহয়—নৈৰ পাৰত তাইক দেখিহে উত্তেজিত হৈছিল। পানীত পৰি আত্মহত্যা কৰিব খুজিছিল। নৈ—পানীৰ লগত আত্মহত্যাৰ প্ৰবৃত্তিৰ এটা সম্বন্ধ থাকিব পাৰে। আগেয়েও কেতিয়াবা আত্মহত্যাৰ চেষ্টা কৰা নাই নে?—আত্মহত্যাৰ মাজেৰে বাৰু কাৰ ওপৰত প্ৰতিহিংসা চৰিতাৰ্থ কৰিব



খুজিছিল?—সেইটোও বৰ স্পষ্ট নহয়। অভিজ্ঞতাৰ বৰ্ণনাত তিনিটা শব্দৰ প্ৰাধান্য লক্ষ্য কৰিবলগীয়া—মীৰ্জা, পানী আৰু কৰঙন।—মীৰ্জাই অভিজিতক কৰঙনৰ মাজত চেপি ধৰিছিল—অভিজিতে নিজৰ কৰঙনৰ মাজত মীৰ্জাৰ যৌবনৰ পৰিচয় পাইছিল—জীৱনত প্ৰথম বাৰৰ বাবে উত্তেজিত হৈ অভিজিতেও গাৰুটো কৰঙনৰ মাজত চেপি ধৰিছিল—লাহতীৰ পিনে আগবাঢ়ি যাওঁতে গামোচাখন কোচ খাই আছিল কৰঙনৰ ওপৰলৈকে—ককালৰ ওচৰলৈকে বুলি কোৱা নাই।—কৰঙন শব্দটোৰ ওপৰত ফ্ৰি এচচিয়েচনৰ প্ৰয়োজন হব পাৰে।—অৱশ্যে ইও সমকামী মনোভাবেৰেই পৰিচায়ক। কোনো ছোৱালীক ভাল পাব নোৱাৰা, বিয়া কৰাবলৈ ভয় কৰা—সমকামী মনোভাবৰেই লক্ষণ। তথাকথিত যৌন দুৰ্ব্বলতা এটা মাথোন চেলু। কিন্তু হঠাতে অনিতাক ভাল পালে কেলৈ? এতিয়া আকৌ ভয়েই বা কৰে কেলৈ?—

নুমাই, যোৱা চিগাৰ ডালত অগ্নি সংযোগ কৰি বাওৰে সুধিলে—'বাৰু বৰুৱা আপুনি ইয়াৰ আগেয়ে কেতিয়াবা আত্মহত্যা কৰিবলৈ চেষ্টা কৰিছিলনেকি?'

—'ওঁহো নাই কৰা। অৱশ্যে।'—কিবা এটা কৰ খুজিও যেন অভিজিত ৰৈ গ'ল।

—'ৰৈ গ'ল কেলৈ?'

—'কিবা কথা এটা মনত পৰি গৈছিল। অৱশ্যে আপোনাৰ প্ৰশ্নটোৰ লগত কোনো সম্বন্ধ নাই।'

—'তথাপি কওঁকচোন বাৰু শুনো।—'

—'হঠাতে মোৰ সেই ডেমনষ্ট্ৰেচন বোৰৰ কথা মনত পৰি গৈছিল। কেবাবাৰো মই ভৰ বাৰিষা ব্ৰহ্মপুত্ৰ সাতুৰি পাৰ হৈ ডেমনষ্ট্ৰেচন দিছিলো। কিন্তু কেতিয়াও লগত নাও নলওঁ।—নাও লবলৈ লাজ লাগে। অৱশ্যে সেইটো আপোনাৰ প্ৰশ্নৰ লগত সম্বন্ধ নথকা এটা অসংলগ্ন স্মৃতি। আপুনি সুধিলে দেখিহে কলো।'

ফুটাই একো নকলেও ৰাওৰে মনে মনে কলে—কোনো স্মৃতিয়েই অসংলগ্ন হব নোৱাৰে।—বিশেষকৈ আত্মহত্যাৰ কথা সোধোতেই যেতিয়া তোমাৰ সেইবাৰ কথা মনত পৰিল। পানীত আত্মহত্যা কৰাৰ এটা ইচ্ছা নিৰ্জ্জান মনত তোমাৰ বহু দিনৰ পৰাই আছিল। লগত নাওঁ নিনিয়াৰো সেইটোৱেই কাৰণ।—'বাৰু পানীত আপোনাৰ কেতিয়াবা কিবা দুৰ্ঘটনা হৈছিলনেকি ? মানে ধৰি লওক সাতুৰি থাকোতে পাকত পৰি পানীদুনি খোৱা ধৰণৰ ?' ৰাওৰে আকৌ সুধিলে।

—'ওহো মোৰতো মনত নপৰে।' কিছুপৰ ভাবি অভিজিতে কলে।

—'মীৰ্জা নামৰ ল'ৰাজনৰ পানীত তেনেকুৱা ধৰণৰ কিবা বিপদ হোৱাৰ কথা আপুনি জানে নেকি ?'—'ওঁহো মীৰ্জাবোতো তেনেকুৱা কোনো কথা শুনা নাই।' আকৌ অলপ ভাবি অভিজিতে কলে।—'বাৰু কথাটো ভাবি চাবচোন।' চিগাৰৰ চাইথিনি এচট্ৰেত পেলাই ৰাওৰে আকৌ সুধিলে—'মীৰ্জা



নামৰ সেই ল'ৰাজন এতিয়া কত ?'

—'এতিয়া এখন স্কুলৰ এচিষ্টেণ্ট হেড্ মাষ্টৰ। সংস্কৃত লৈ বি, এ পাচ কৰিছিল।

—'মোমায়েকৰ ঘৰৰ পৰা যোৱাৰ পিচত আপোনাৰ লগত দেখা সাক্ষাৎ হৈছিল ?

—'নাই হোৱা। কিন্তু চিঠি পাইছিলো। তাৰ বিয়াৰ আগেয়ে এখন আৰু বিয়াৰ পিচত এখন।—

—'মই এম, এ পঢ়ি থাকোতে—'চক্সথ্ ইয়াৰতেই।'

ৰাওৰ চকু দুটা আকৌ ক্ষন্তেকৰ কাৰণে জিলিকি উঠিল। চিক্সথ্ ইয়াৰত পঢ়ি থাকোতেই অভিজিত অনিতাৰ প্ৰেমত পৰিছিল। চিক্সথ ইয়াৰত পঢ়ি থাকোতেই মীৰ্জাৰ বিয়াৰ খবৰ পাইছিল। হয়তোবা দুইটা ঘটনাৰ এটা সম্বন্ধ থাকিব পাৰে। ৰাওৰে খপকৈ কলে—'বাৰু আপুনি যিদিন আনিতাৰ প্ৰতি প্ৰথম আকৃষ্ট হ'ল সেই দিনা দিনটোৰ অভিজ্ঞতাৰ এটা হুবহু বৰ্ণনা দিয়কচোন। কথাষাৰ শুনাৰ লগে লগে খপকৈ ঘূৰি অবাক হৈ ৰাওৰ পিনে চাই অভিজিতে সুধিলে—'এই কথ টো সুধিলে কেলৈ ?' অলপ হাঁহি ৰাওঁৰে কলে—'কাৰণ আছে।—'কাৰণতো আছেই। কিন্তু আপুনি জানিলে কেনেকৈ ?'

সঁচা কথা কবলৈ গলে ৰাওৰে এতিয়াও একো জনা নাই কিন্তু চাইকিয়েট্ৰিষ্টৰ প্ৰতি ৰোগীৰ শ্ৰদ্ধা আৰু বিশ্বাসৰ ভাব বেচি হয় মানেই চাইকিয়েট্ৰিষ্টৰ সুবিধা। গতিকে

জনাৰ ভাও জুৰি কলে—'আমি বহুত কথাই জানো। বাকৈ যাওকছোন—আপোনাৰ মুখৰ পৰাও শুনো।'
আকৌ অলপ আউজি ভালকৈ বহি লৈ অভিজিতে কৈ যাব ধৰিলে—'মীৰ্জাৰ বিয়াৰ নিমন্ত্ৰণী চিঠিখন পাই বিশেষকৈ বিয়াৰ পিচত তাৰ দাম্পত্য জীৱনৰ অভিজ্ঞতাৰ কথা বৰ্ণাই দিয়া চিঠিখন পাই মোৰ মনটো বৰ উগুল থুগুল লাগিব ধৰিছিল। প্ৰথমে ভাবিছিলো মীৰ্জাৰ চিঠিবোৰে কোনো দিনেই আৰু ওভতাই আনিব নোৱাৰা ল'ৰালি কালৰ দিন-বোৰৰ কথা মনত পেলাই দিছে কাৰণেই তেনেকুৱা লাগিছিল। কিন্তু পিচত বুজিলো মীৰ্জাৰ চিঠিবোৰে মোকো এজনী গাভৰুৰ সঙ্গলাভৰ কাৰণে লালায়িত কৰি তুলিছিল।—ফুটাই নকলেও ৰাওৰ বিশ্বাস হৈছিল অভিজিতৰ প্ৰথম অনুমানেই সত্য। অভিজিতে কৈ গ'ল—'সেই দিনা ব্ৰহ্মপুত্ৰত সাতোৰৰ এটা ডেমনষ্ট্ৰেচন দিয়াৰ কথা আছিল। প্ৰগ্ৰেম আছিল লাঞ্চেৰে উত্তৰ পাৰলৈ গৈ তাৰ পৰা সাঁতুৰি আহিম আৰু পাৰত নমাকৈ যিমান সময় পাৰো সাঁতোৰাৰ নানান কৌশল আদি দেখুৱাম।
লাঞ্চত যাবলৈ তেতিয়াও দেৰী আছিল। কিন্তু ইতিমধ্যে পাৰত বেচ মানুহ জমা হৈছে। ছাত্ৰছাত্ৰীৰ সংখ্যাই বেচি। লাঞ্চৰ কাৰণে ৰৈ থাকোতেই অনিতাৰ লগত চিনাকি হ'ল।—মোৰ ওচৰতে ঠিয় হৈ দেউতাই লিখা কিতাপ এখনৰ অনিতাই বিৰূপ সমালোচনা কৰি আছিল। আন এজনী



ছোৱালীয়ে চকুৰ ঠাৰেৰে দূৰলৈ চাতি নি অনিতাক কিবাকিবি কলে।—বোধকৰো মোৰ আচল পৰিচয়টো দিলে। কিছু পৰৰ মূৰত ৰঙা চিঙো পৰি আহি অনিতাই মোক কলে—'আপুনি তেখেতৰ ল'ৰা বুলি নাজানিছিলো। বেয়া নাপাব।'—অনিতাৰ দুৰৱস্থাটো বেচ উপভোগ কৰিছিলো। সেই সূত্ৰেই আলাপ পৰিচয় হ'ল।
সাতোঁৰোতে সাধাৰণতে মই লগত নাওঁ নলওঁ। কিন্তু দুজনমানে বৰ আপত্তি কৰিলে। ভৰ বাৰিষা তাতকৈয়ো ভয়ঙ্কৰ বতৰত মই ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছো। কিন্তু সেইদিনা কিয় জানো নৈখন দেখি মোৰো অলপ ভয় লাগিছিল। লগত নাও লবলে সন্মত হলো। অনিতাইও সাঁতোৰ চাবলৈ গৈছিল। লাঞ্চত মোৰ স'তে কথা পাতি পাতি উত্তৰ পাৰলৈকে গৈছিল আৰু মোৰ কাষে কাষে নাৱত উভতি আহিছিল।—সেই দিনা কিবা এটা নতুন জীৱন পোৱাৰ দৰে লাগিছিল। অনিতাক ভাল পাবলৈ আৰম্ভ কৰিছিলো।—চিকিৎসা কৰাইছিলো।'
কথাখিনি কৈ থাকোতে অভিজিতে অলপ অস্বস্তি অনুভৱ কৰিলেও ৰাওৰ মুখ খন উজ্জ্বল হৈ আহিছিল।—ৰাওৰ অনুমানেই সত্য। অভিজিতে নাৰী হিচাবে মীৰ্জাক ভাল পাইছিল কাৰণে কোনো ছোৱালীক ভাল পাব পৰা নাছিল। মীৰ্জাৰ বিয়াৰ খবৰ পাই অভিজিতৰ নিৰ্জ্জান মনত হতাশা আৰু ঈৰ্ষাৰ ভাব উপজিছিল—যিবোৰ সজ্ঞান মনত উগুল থুগুল

ভাবৰ দৰে লাগিছিল। প্ৰেমাস্পদৰ দ্বাৰা প্ৰতাৰিত হলে মানুহে বহু সময়ত ঘপকৈ নিৰ্বিচাৰে আন কাৰোবাৰ প্ৰেমত পৰি যায় বা বিয়া কৰাই পেলায়। অভিজিতৰ ক্ষেত্ৰতো প্ৰায় তেনেকুৱাই হৈছিল—মীৰ্জাৰ বিয়াৰ খবৰ পাই অভি-জিতে নিজকে প্ৰতাৰিত হোৱা বুলি অনুভৱ কৰিছিল।—অভিজিতৰ সমকামী প্ৰেমত এটা আঘাত লাগিছিল।—অনিতাৰ লগত প্ৰথম সাক্ষাৎটোও মন কৰিবলগীয়া অনি-তাই অভিজিতৰ দেউতাকৰ সমালোচনা কৰি আছিল। মীৰ্জাৰ মাজত অভিজিতে দেউতাকক বিচাৰি পাইছিল। অভিজিতৰ দেউতাকৰ সম্বন্ধে অনিতাই কৰা সমালোচনাই অভিজিতৰ নিজ্ঞান মনৰ ক্ষোভবোৰক সমৰ্থন জনাইছিল বুলিয়েই হয়তো অনিতা হঠাতে অভিজিতৰ অন্তৰতো সোমাই পৰিব পাৰিছিল।

—'বাক্ বকৱা! অনিতাই আপোনাৰ দেউতাকৰ সমালোচনা কৰি থাকোতে আপোনাৰ খং উঠা নাছিলেনে?' ৰাওৱে সুধিলে।—'নাই উঠা। বৰঞ্চ এটা কৌতুকৰ ভাবহে অনুভৱ কৰিছিলো।'

ৰাও প্ৰায় নিশ্চিত হ'ল। অভিজিতৰ অসমকামী প্ৰেমৰ প্ৰতি হঠাতে জাগি উঠা স্পৃহাৰ কাৰণটো বিচাৰি পোৱা গৈছে।—ব্যৰ্থ সমকামী প্ৰেমে অভিজিতৰ অন্তৰত বিক্ষোভৰ সৃষ্টি কৰিছিল। নিজে কৰ নোৱাৰাকৈয়ে এটা আত্মহত্যাৰ প্ৰবৃত্তি জাগৰিত হৈছিল। কিন্তু ব্যৰ্থতাৰ চূড়ান্ত আঘাতত



সমকামী প্ৰেমৰ অন্ত পৰাৰ লগে লগে সেই বিক্ষোভ নোহোৱা হৈছিল—আত্মহত্যাৰ প্ৰবৃত্তি স্তিমিত হৈ আহিছিল—নাও নোলোৱাকৈ সাতুৰিবলৈ অভিজিতে ভয় খাইছিল। কিন্তু আকৌ সেই সমকামী ভাব জাগৰিত হ'ল কেনেকৈ?

—'বাক বকৱা।'—ৰাওৱে আকৌ সুধিলে—'আপুনিতো অনিতাৰ প্ৰেমত পৰাৰ লগে লগে সেই দিনাখনেই চিকিৎসকৰ ওচৰলৈ নিশ্চয় লৰ ধৰা নাছিল। কিমান দিনৰ মূৰত আপুনি চিকিৎসা আৰম্ভ কৰিলে?

—'প্ৰায় ছমাহ মানৰ পিচত।—

—'ইমান দিন অপেক্ষা কৰিছিল কেলৈ?'

—'সঁচা কথা কবলৈ গলে অনিতাৰ চিন্তাই মোক ইমান বেচিকৈ আচ্ছন্ন কৰি ৰাখিছিল যে মই মোৰ ৰোগৰ কথা পাহৰিয়েই আছিলো।' অলপ ইতঃস্তত কৰি অভিজিতে কলে ৰাওৱে একো নামাতিলে।—পাহৰাটোৱেই স্বাভাবিক। ৰোগটোৱেই আছিল অভিজিতৰ সমকামী মনোবৃত্তিক সমৰ্থন কৰাৰ এটা চেলু। যেতিয়াই সেই সমকামী মনোভাব আতৰি গৈছিল ৰোগৰ চিন্তাও আঁতৰি গৈছিল। কিন্তু আকৌ সেই ভাব জাগৰিত হ'ল কেনেকৈ?

—'আপোনাৰ যেতিয়া ৰোগটোৰ কথা মনত পৰিল তাৰ দুই এদিনৰ আগেয়ে কিবা বিশেষ ঘটনা ঘটিছিল নেকি?' কিছুপৰ নীৰবে থকাৰ পিচত ৰাওৱে সুধিলে।

—'বিশেষ ঘটনা মানে'? ৰাওৰ প্ৰশ্নটো অভিজিতে

ভালকৈ বুজিব পৰা নাছিল।

—'যি কোনো ঘটনাই হব পাৰে। এই ধৰি লওক মীৰ্জাৰ বিয়াৰ নিচিনা। কিবা নতুন খবৰ—নতুন অভিজ্ঞতা ?'

অভিজিতে বহুপৰ ভাবিলে। তাৰ পিচত হতাশ ভাবেৰে মূৰ জোকাৰি স্বগতোক্তিৰ দৰে কব ধৰিলে--উঁহো একো নতুন সংবাদ, অভিজ্ঞতাৰ কথা মনত নপৰে। একো নতুন ঘটনাও ঘটা নাই।—Not even with Anita মা ঢুকা-ইছিল।—কিন্তু আগেয়ে।'—আগেয়ে ?—কেতিয়া ?' ৰাও যেন অলপ সচকিত হৈ উঠিল।

—'মীৰ্জাৰ বিয়াৰ দহ বাৰ দিন মানৰ পিছতেই।'

একো নামাতি ৰাওৱে ভাবিব ধৰিলে। অনিতাক ভাল পোৱাৰ আৰু এটা বিপৰীতমুখী উদ্দেশ্য দেখা গৈছে।—মীৰ্জাৰ মাজেৰে অভিজিতে দেউতাকক ভাল পাইছিল।—মাক আছিল প্ৰতিদ্বন্দিনী। প্ৰতিদ্বন্দ্বিনীক আৰৈ দিয়া বাবে অভিজিতৰ দেউতাকৰ প্ৰতি এটা ক্ষোভ আছিল। অবৈধ ৰক্ষিতাজনী মৰাৰ পিচত গিৰিয়েকক শাস্তি দিবলৈ বিবাহিতা তিৰোতাজনীও আঁতৰি যোৱা অসম্ভৱ নহয়।—মীৰ্জাৰ বিয়াৰ পিচত অভিজিত অনিতাৰ প্ৰতি আকৰ্ষিত হৈছিল। হয়তোবা মাক ঢুকুৱাৰ পিচত সেই আকৰ্ষণ আৰু বেচি তীব্ৰ হৈ পৰিছিল দেউতাকক শাস্তি দিবলৈ। তথাপি নিশ্চিত হৈ লোৱা ভাল। ৰাওৱে সুধিলে—'বোধকৰো আপোনাৰ মাক ঢুকুৱাৰ পিচৰে পৰা আপুনি অনিতাৰ প্ৰতি ক্ৰমাৎ আকৰ্ষণ



হেৰুৱাই পেলাইছিল ?'—কেতিয়াবা প্ৰশ্নবোৰ ওলটাকৈ সুধিলেই উত্তৰটো বেচি স্পষ্টভাবে পোৱা যায়। এই ক্ষেত্ৰতো ৰাওৱে ভবাটোৱেই হ'ল। অভিজিতে প্ৰতিবাদ কৰি কৈ উঠিল—'ওহো বৰঞ্চ বিপৰীতটো। মা ঢুকুৱাৰ পিচত মোৰ কাৰণে অনিতাই হৈ পৰিছিল একমাত্ৰ সান্তনাৰ স্থল।—অনিতাৰ ওচৰলৈ সঘনে যাব ধৰিছিলো। নানান ৰকমে অনিতাই সান্তনা দিছিল। সেই কাৰণেই হয়তো অনিতাও মোৰ চকুত আৰু বেচি মৰমলগাজনী হৈ আহিছিল।'—

ৰাওৱে কিছুপৰ একো নামাতিলে। মাক ঢুকুৱাৰ পিচৰে পৰা অভিজিতৰ অনিতালৈ মৰম বাঢ়ি অহিছিল। কিন্তু সেই মৰমবোৰ নোহোৱা হৈ গ'ল কেনেকৈ ? মীৰ্জাৰ ঘৈণী-য়েক ঢুকালনেকি ?—নে অভিজিতৰ দেউতাকেই আকৌ বিয়া কৰালে ? ৰাওৱে সুধিলে—বিয়াৰ সময়ত দিয়া চিঠি দুখনৰ পিচত মীৰ্জাৰ আৰু কিবা চিঠিপত্ৰ বা খবৰ-খাবাৰ পাইছিল নেকি ?'

'—ওহো নাই পোৱা।'

—'মীৰ্জাৰ ঘৈণীয়েকৰ ?'

—নাই পোৱা।'

—'বাৰু আপোনাৰ মাক ঢুকুৱাৰ পিচত দেউতাকে বোধ-কৰো আকৌ বিয়া কৰালে ?'—আকৌ বিয়া কৰালে ?—নাই কৰোৱা। কোনে কলে আপোনাক ?' অভিজিতে আচৰিত হৈ সুধিলে।

ক'ৰবাত শুনা যেন লাগিছিল বুলি কথাটো পাতলাই দি ৰাওৱে ঘপকৈ কলে—'বাৰু আপুনি যিদিনা আত্মহত্যা কৰিবলৈ যায় সেই দিনাখনৰ গোটেই দিনটোৰ এটা হুবহু বৰ্ণনা দিয়কছোন।'

হাতেৰে চকুকিটা ঢাকি লৈ ভালেমান পৰ ভাবি অভিজিতে কলে—'ক'তা একো মনত পৰা নাই দেখোন।'

—'একো মনত পৰা নাই?'

—'উঁহো নাই পৰা।'

—'আপুনি আত্মহত্যা কৰা কথাটো মনত পৰিছেনে নাই?'

—'উঁহো—নাই পৰা।'

—'তেনেহলে জ্ঞান পোৱাৰ পিচতেই আপুনি কেনেকৈ কৈছিল যে আপুনি আত্মহত্যা কৰিব খুজিছিল?'

অভিজিতে ৰাওৰ পিনে অকবাৰ দবে চাই ৰ'ল। আত্মহত্যা কৰিবলৈ চেষ্টা কৰা বুলি অভিজিতে ৰাওৰ আগত কোৱা অভিজিতৰো ৰিণিকি ৰিণিকি মনত পৰাৰ দবে লাগিল। কিন্তু কেনেকৈ কৈছিল কিয় কৈছিল ভাবি অভিজিতে নিজেই যেন ভীষণ বিমোৰত পৰি গ'ল।

আকৌ এবাৰ সন্মোহিত কৰি লৈ ৰাওৱে অভিজিতক কথাবাৰ মনত পেলোৱাবৰ চেষ্টা কৰিলে। কিন্তু বিশেষ একো নতুন সূত্ৰ বিচাৰি পোৱা নগল। অভিজিত গভীৰ ধৰণৰ সন্মোহনত নপৰিল। কালিও পৰা নাছিল। বহু মানুহেই অৱশ্যে নপৰে। সন্মোহিত অৱস্থাত অভিজিতে মাথোন কলে—এজন



মানুহে খেদি লৈ গৈছে—মোক ধৰ্ষণ কৰিব খুজিছে—মই পানীত জপিয়াই পৰিলো। মানুহজন কোন বুলি সোধাত অভিজিতে কলে—আপুনি—ৰাও।

—এটা দমিত সমকামী কামনা। এনেকুৱা বহু অপূৰণ কামনা মানুহে সত্য ঘটনাৰ দৰে মনত পেলায়—বিশেষকৈ সন্মোহিত অৱস্থাত। সন্মোহনকাৰীৰ মাজতো সন্মোহিত ব্যক্তিয়ে বহু সময়ত প্ৰেমাস্পদক দেখা পায়।—আত্মহত্যাৰ মাজেৰে হয়তো অভিজিতে দেউতাকক নিৰাশ কৰিব খুজিছে —আঘাত কৰিব খুজিছে।

—ভেজে মেচোকিষ্টিক স্তৰত ইডিপাচ কমপ্লেক্সৰ চৰিতাৰ্থ বিচাৰিছে। কিন্তু আচল ৰহস্য হয়তো লুকাই আছে আত্মহত্যা কৰাৰ দুই এদিনৰ আগৰ কিবা ঘটনাৰ মাজত—যিটো লুকুৱাবলৈ অভিজিতে প্ৰাণান্তকৰ চেষ্টা কৰিছে—অৱশ্যে নিজৰ অজ্ঞাতে।

\+ \+ \+

'May I Come in?'

ৰাতিপুৱা লাইব্ৰেৰীত বহি ৰাওৱে কিবা এটা লিখি আছিল। মূৰ দাঙি চাই দেখে যে অভিজিত দুৱাৰ মুখত থিয় দি আছে। অভিজিতৰ হাতত ৰাওৱে দিয়া বহীখন।

—Come in Come in?' বহক।' উচ্ছসিত অভ্যৰ্থনা

জনাই ৰাওৱে চকী এখন দেখুৱাই দিলে।—' কালি ৰাতি এটা সপোন দেখিছিলো। সাৰ পায়েই সপোনটো লিখি পেলালো। তথাপি দুই এটা অংশ পাহৰিলো যেন লাগিছে।' ৰাওৱে দেখুৱাই দিয়া চকীখনত বহি অভিজিতে বহীখন আগুৱাই দিলে। ৰাওৱে বহীখন মেলি ললে। অভিজিতে লিখিছিল—কালি ৰাতি সপোনত দেখিলো খুব বৰষুণ আহিছে। মই উধাতু খাই দৌৰিছো দেখিলো এটা চাৰ্চ। চাৰ্চটোৰ ভিতৰৰ পৰা এজন মিচনেৰী চাহাব ওলাই আহিল। মই গৈ চাৰ্চটোত সোমালো। মিচনাৰীজনো মোৰ পিচে পিচে সোমাই গল। বৰষুণৰ পানী আহি চাৰ্চৰ ভিতৰতো সোমাব বুলি খুব ব্যস্ত ভাবে চাৰ্চৰ দুৱাৰ খিৰিকীবোৰ বন্ধ কৰিব ধৰিলো।

দুবাৰ মান সপোনটো ঘূৰাই পকাই পঢ়ি চাই ৰাওৱে সুধিলে—'বাৰু এই সপোনটো আপুনি কিয় দেখা বুলি ভাবে? সপোনটোৰ সম্বন্ধে আপুনি নিশ্চয় ভাবি চাইছে?

'—সপোনটো দেখাৰ পিচৰে পৰা ভাবিছো। এটা ব্যাখ্যাও বিচাৰি পোৱা যেন লাগিল। কনফাৰ্মেচনৰ কাৰণে আপোনাৰ ওচৰলৈ আহিলো। ব্ৰেকফাষ্টৰ সময়ত নিশ্চয় আপোনাক লগ পালোহেঁতেন। কিন্তু ৰবলৈ ধৈৰ্য নহ'ল—।

'—বেচ আপোনাৰ ব্যাখ্যাটোকে শুনোছোন।'

ৰাওৰ আগ্ৰহ দেখি উৎসাহিত হৈ অভিজিতে কৈ যাব ধৰিলে—'কালি আপোনাৰ লাইব্ৰেৰীৰ পৰা নিয়া আলোচনী এখনতে পালো সপোনত বস্তুবোৰ আমি প্ৰতীকৰ সহায়েৰে দেখো। মোৰ মনেৰে এই সপোনটোতো প্ৰতীকৰ মাজেৰে মোৰ অলপতে হোৱা অভিজ্ঞতাবোৰৰেই পুনৰাবৃত্তি দেখিলো। মই পানীত ডুবিছিলো—সপোনত বৰষুণত তিতা দেখিলো। আপোনাৰ ঘৰটো ওখ দোতালা। গতিকে চাৰ্চত আশ্ৰয় পালো—।

'—আৰু মোৰ দাড়ি আছে কাৰণে মিচনাৰী চাহাব এজনে আপোনাক ভিতৰলৈ লৈ যোৱা দেখিলে—।' হাঁহি এটা মাৰি ৰাওৱে কৈ উঠিল।

'—তেনেকৈ ভাবিলে ভুল হব জানো?' অলপ অপ্ৰস্তুত ভাবে অভিজিতে সুধিলে।

'—ভুল হওক বা নহওক অস্বাভাবিক নহব। বহুতেই মোক মিচনাৰী পাদ্ৰী বুলি ভুল কৰে—বিশেষকৈ বগা কাপোৰ পিন্ধিলে।'

অভিজিতে কি কব কি নকৰ ভাবি থাকোতে ৰাওৱে আকৌ কলে—'আপোনাৰ ব্যাখ্যাটো অৱশ্যে শুদ্ধ বুলি ধৰি লব পাৰো যদি আপুনি সেই একেধৰণে সপোনটোৰ বাকী চোৱাও ব্যাখ্যা কৰিব পাৰে।'

'—বাকীচোৱা মানে?'

'—বাকীচোৱা মানে খিৰিকী দুৱাৰ বন্ধ কৰা ঘটনাটো।'

অলপ ভাবি অভিজিতে কলে—'আপুনি যে মোক যাবলৈ নিদিলে সেই কাৰণেই বোধকৰো সেইটো দেখিলো।'

'—কিন্তু খিৰিকী দুৱাৰবোৰতো বন্ধ কৰিছিল আপুনি। তেনে কৰিবলৈতো মিচনেৰীজনে কোনো নিৰ্দেশ বা ইঙ্গিত দিয়া নাছিল—' ?

অভিজিতে থিমোৰত পৰি মূৰ খজুৱাব ধৰিলে। অভিজিতে লিখি দিয়া সপোনটো আকৌ এবাৰ মনযোগেৰে পঢ়ি চাই ৰাওৱে কেইটামান শব্দৰ তলত ৰঙা পেন্সিলেৰে দাগ দিলে। চাৰ্চ, পাদ্ৰী, খিৰিকী দুৱাৰ। তাৰ পিচত গদী লগা কোমল চোফা এখনলৈ আঙুলিয়াই ৰাওৱে কলে—'আপুনি সৌ চোফাখনৰ ওপৰত আৰাম কৰি বহক।'

অভিজিত গৈ চোফাখনৰ ওপৰত বহিল। পিচফালে আন এখন চেয়াৰত বহি ৰাওৱে কলে—আপুনি এটা ৰিলেক্‌চেচনৰ ভাব আনিবলৈ চেষ্টা কৰক। দেহ মন একেবাৰে এৰি দিয়ক। তাৰ পিছত মই কেইটামান শব্দ কম। —অৱশ্যে এটাৰ পিচত এটাকৈ। শব্দটো শুনাৰ লগে লগে আপোনাৰ মনলৈ যি আহে—সচা হওক মিছা হওক কাল্পনিক হওক ক্ষতি নাই কৈ যাব। কিন্তু জোৰ কৰি নাভাবিব। মনলৈ যি উটি আহে তাকেই মাথোন কৈ যাব।'

ৰাওৱে বহীখনত দাগ দিয়া শব্দকিটা আকৌ এবাৰ চকু ফুৰাই চাই লৈ কলে '—চাৰ্চ'।



অভিজিতে কৈ গল—টেম্পোল—মস্ক—মচজিদ—মন্দিৰ—মচজিদ—গীৰ্জা—মীৰ্জা—মীৰ্জাৰ সতে মই সাতুৰি আছো—বহু দূৰলৈ গুছি গৈছো....।

× × × ×

ব্ৰেক্‌ফাষ্ট টেবুলৰ পৰা অভিজিতক অলপ জিৰণি লবলৈ পঠিয়াই দি ৰাও আহি লাইব্ৰেৰীত সোমাল। ফ্ৰি এচচিয়েচনত অভিজিতে কৈ যোৱা কথাবোৰ ৰাওৱে লিখি লৈছিল। আকৌ সেইবোৰ মনযোগেৰে দুবাৰমান পঢ়ি চাই অলপ চিন্তিত ভাবে ৰাওৱে মূৰ জোকাৰিলে! —সপোনটোত অভিজিতৰ দমিত সমকামী প্ৰবৃত্তিয়েই আত্ম প্ৰকাশ কৰিছে সন্দেহ নাই। চাৰ্চটো আছিল পুংজননেন্দ্ৰিয়ৰ প্ৰতীক। মিচনাৰীজন আছিল দেউতাকৰ প্ৰতীক। বৰষুণ আছিল জীৱন বা অন্নদানৰ প্ৰতীক। অসমকামী সঙ্গমৰ কাৰণেই জন্ম হয়। অসমকামী সঙ্গমৰ পৰা অভিজিত পলাই গৈ সমকামী সঙ্গমৰ আশ্ৰয় লব খুজিছিল। —ফ্ৰি এচচিয়েচনত অৱশ্যে দুটামান দৰকাৰী কথা জনা গ'ল। —এটা হ'ল অভিজিতৰ ফুট ফেটিচিজিম। যৌন অভিজ্ঞতাবোৰৰ বৰ্ণনা দিওঁতে অভিজিতে সঘনে কৰঙন শব্দটো ব্যৱহাৰ কৰাৰ পৰাই ৰাওৱে এইটো সন্দেহ কৰিছিল। কিন্তু তাৰ উৎপত্তি-টোও জনা গ'ল। ফ্ৰি এচচিয়েচনত অভিজিতে কেঁচুৱা কালৰ

এটা ঘটনাৰ (প্ৰকৃততে কল্পনাও হব পাৰে) কথা উল্লেখ কৰিছিল। —এদিন আবেলি দেউতাকৰ কৰগুনত ঘোঁৰাৰ পিঠিত বহাৰ দৰে দুইফালে ভৰি দুটা ওলোমাই অভিজিত বহি আছিল। দেউতাকে ভৰিটো নচুৱাই আছিল। ভাল লাগি অভিজিতে খিলখিলাই হাঁহিছিল। —ফ্ৰি এচচিয়েচনত অভিজিতৰ আৰু এটা কথা মনত পৰি গৈছিল। —মীৰ্জাই এবাৰ পানীৰ তলত হেঁচা মাৰি ধৰি অভিজিতক ধৰ্ষণ কৰিব খুজিছিল। কিন্তু এটা কথা বুজা নগল অভিজিতে আত্মহত্যা কৰিব খুজিছিল কেলৈ? —মীৰ্জাই পানীৰ তলত হেঁচা মাৰি অভিজিতক ধৰ্ষণ কৰিব খোজাটোও এটা কাৰণ হ'ব পাৰে। —কিন্তু অভিজিতৰ কথাৰ পৰা বুজা যায় আত্মহত্যাৰ মাজেৰে অভিজিতে দেউতাকৰ ওপৰত প্ৰতিশোধ লবলৈও চেষ্টা কৰিছিল। সাধাৰণতে তেনেকুৱাই হয়। —কিন্তু হঠাতে কিয় অভিজিতৰ এই প্ৰতিশোধ স্পৃহা প্ৰবল হৈ উঠিল? —আত্মহত্যা কৰা সময়ৰ আৰু এনেকি তাৰ দুই এদিনৰ আগৰ ঘটনাবোৰো অভিজিতে কিয় পাহৰি গৈছে? —সেইখিনিতেই মানসিক দমন অতি দৃঢ়। তাতেই হয়তো এটা ডাঙৰ ৰহস্য লুকাই আছে।

—এনেতে ভজনলালে আহি ৰাওৰ টেবুলত এখন টেলিগ্ৰাম থলেহি। টেলিগ্ৰামখন পঢ়ি ৰাওৰ কপালৰ গাথিবোৰ ক্ষন্তেকৰ কাৰণে থুপ খাই গ'ল। ভজনলালৰ পিনে চাই ৰাওৱে ক'লে—বকৰা চাহাবক মাতি দে,।



অলপ পিছতে অভিজিত সোমাই আহিল। অভিজিতৰ পিনে চাই ৰাওৱে কলে—'মই দুদিনমানৰ কাৰণে আপোনাক এৰি অলপ বাহিৰলৈ যাবলগীয়া হ'ল। এলাহাবাদ কোৰ্টত মোৰ এটা সাক্ষী আছে। —মোৰ এক বন্ধু পত্নীৰ মাৰডাৰ কেচৰ সাক্ষী। আজি কেবাদিনৰ আগেয়ে চমন পাইছিলো। কিন্তু কি আচৰিত একেবাৰে পাহৰি গলো। আজি সেই বন্ধুজনৰ পৰা টেলিগ্ৰাম নোপোৱা হলে কি হলহেঁতেন ভাবি ভয়েই লাগিছে—। প্লেনৰ টিকেতো বুক কৰিবলৈ নহ'ল। মই আজি দুপৰীয়াৰ ট্ৰেইনতে যামগৈ। ভজনলাল থাকিব। আপোনাক অৱশ্যে এই অৱস্থাত এৰি যাবলগীয়া হোৱাত মোৰ নিজৰেই অলপ অসুবিধা হব। কিন্তু উপায় নাই।' অলপপৰ নীৰব হৈ ৰাওৱে আকৌ ক'লে—'মই আহি পাওঁ মানে আপুনি এটা কাম কৰিব। আপোনাৰ এই কেইদিনৰ —মানে মই নথকা কেইদিনৰ অভিজ্ঞতাবোৰৰ এটা সম্পূৰ্ণ বিবৰণ লিখি যাব। —ঠিক ডায়েৰীৰ নিচিনাকৈ। কি কৰিলে কি দেখিলে—বিশেষকৈ কি ভাবিলে আৰু কি নতুন কথা মনত পৰিলে। —ৰাতিপুৱা, —আবেলি আৰু শুবলৈ যোৱাৰ আগেয়ে। তলত তাৰিখ আৰু সময় দি যাব। সপোনবোৰৰ কথা লিখিবলৈ নাপাহৰিব। আৰু এটা কথা! আপুনি আত্মহত্যা কৰিবলৈ চেষ্টা কৰাৰ আগৰ কেইদিনমানৰ কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিব। অৱশ্যে এইটো এটা পুৰণা মেথড। তথাপি এই ক্ষেত্ৰত

কিছু কাৰ্যকৰী হব পাৰে। লগতে এইটো কথা মনত ৰাখিব মানুহৰ ভুল-ভ্ৰান্তি বিস্মৃতিৰ মূলত সদায় কিবা উদ্দেশ্য লুকাই থাকে। আপুনি মোক চিঠি এখন দিলে ডাক ঘৰত দিবলৈ। মই পাহৰি গলো। বুজিব লাগিব নিশ্চয় মোৰ নিৰ্জ্জান মনত কিবা কাৰণত চিঠিখন পোষ্ট নকৰাৰ এটা ইচ্ছা আছিল। এই যে ধৰি লওক চমন পোৱা স্বত্বেও মাৰ্ডাৰ কেচৰ তাৰিখ এটাৰ কথা মই পাহৰি গৈছিলো—তাতে মোৰ বন্ধুপত্নীৰ মাৰ্ডাৰ। ইয়াৰ গুৰিতো নিশ্চয় মোৰ নিৰ্জ্জান মনৰ কিবা উদ্দেশ্য লুকাই আছে।'

'—কেনেকুৱা উদ্দেশ্য' ?

'—এনেলিচিচ নকৰাকৈ কোৱা টান। নিৰ্জ্জান মনকতো সহজে বুজা নাযায়। হয়তোবা এনেকুৱা হব পাৰে মোৰ বন্ধুজনৰ পত্নী বৰ ৰূপৱতী আৰু গুণৱতী আছিল কাৰণে মই বন্ধুজনৰ প্ৰতি ইৰ্ষান্বিত হৈ পৰিছিলো। গতিকে বন্ধু পত্নীক হত্যা কৰা বাবে পেটে পেটে মই ভালেই পাইছো। —হত্যাকাৰীজনক বচাব খুজিছো। বা এনেকুৱাও হব পাৰে সেই মানুহ গৰাকীৰ মাজত মোৰ নিৰ্জ্জান মনে আন কাৰোবাক দেখিছিল যাক হত্যা কৰাটো মই বাঞ্চা কৰো। The unconscious Pallows the ethics of animal। ঘপকৈ কোৱা টান। বাৰু মই হাতত কেইদিনমান সময় পাম। বিশ্লেষণ কৰি কাৰণটো উলিয়াবলৈ চেষ্টা কৰিম। যদি কৃতকাৰ্য হওঁ উভতি আহি জনামহি। ইতিমধ্যে আপুনি



মই কোৱা কামকিটা কৰিব। মই দুটামান প্ৰশ্নও আপোনাক লিখি দি থৈ যাম। উত্তৰবোৰো পাৰে যদি বিচাৰি লিখি থৈ দিব। উত্তৰবোৰো বুলি কলো—কাৰণ একেটা প্ৰশ্নৰেই বিপৰীতমুখী বহুতো উত্তৰ আপোনাৰ মনত খেলাব পাৰে। —আটাইবোৰ উত্তৰেই লিখি পেলাব। মই তিনি চাৰি দিন মানৰ ভিতৰতে পামহি—,'

× × × ×

× × × ×

তিনি চাৰি দিনমানৰ ভিতৰতে পামহি বুলি কৈ গ'লেও ৰাওৰ আৰু দুদিনমান বেচিকৈ দেৰী হ'ল। ঠিক সাদিনৰ দিনাখনহে ৰাও ঘৰ পালেহি। ৰাওৰ মনটো উৎফুল্ল হৈ আহিছিল। ৰাওৱে নিজৰ বিস্মৃতিৰ এটা চমৎকাৰ ব্যাখ্যা উদ্ধাৰ কৰি আনিছে। অৱশ্যে এই সম্পৰ্কে অনুসন্ধান কৰিবলৈ ৰাওৱে আৰু এটা অনুপ্ৰেৰণা পাইছিল। সাক্ষী দিওঁতে ৰাওৱে ভুলতে কিছুমান কথা কৈ পেলাইছিল যাৰ ফলত বন্ধুপত্নীৰ আততায়ীৰ লঘু দণ্ড হৈছিল। নিজৰ দুৰ্বুদ্ধিতাত ৰাওৰো অনুশোচনা হৈছিল। কিন্তু অনুশোচনাতকৈও বেছি হৈছিল কৌতূহল। —নিজৰ সম্বন্ধে কৌতূহল। এটা হোটেলৰ এটা নিৰ্জন কক্ষত সোমাই কেবাদিনো ৰাওৱে নিজৰ মনৰ অন্ধকাৰ কোণবোৰত খেপিয়াই ফুৰিছিল আৰু এদিন হঠাতে আবিস্কাৰ কৰি পেলাইছিল নিহত বন্ধুপত্নীৰ প্ৰতি থকা ৰাওৰ নিৰ্জ্জান মনৰ ক্ষোভ সমূহ।

—কেৰা বছৰৰো আগৰ কথা। নিহত মহিলা গৰাকীৰ স্বামীৰ নাম আছিল প্ৰতাপ সিং। ৰাওতকৈ বয়সত অলপ সৰু। ৰাওক প্ৰায়েই মাতি লৈ যায় এজন গুজৰাটি ডেকাৰ ঘৰত ব্ৰীজ খেলিবলৈ। ৰাও ব্যস্ত মানুহ। তাচ-পাশা খেলি সময় কটাবলৈ ভাল নাপায়। তাতে গুজৰাটি ডেকাজনো আছিল ৰাওৰ প্ৰাক্তন ছাত্ৰ। ডেকাৰ দেউতাকো আছিল ৰাওৰ বন্ধু মানুহ। ডেকাৰ কাৰণে কইনা বাচোতেও দেউতাকে ৰাওৰ পৰামৰ্শ লৈছিল। ৰাওৱে ছাত্ৰীবোৰৰ মাজৰ পৰা বাছি দিয়া ছোৱালী এজনীকেই দেউতাকে বোৱাৰী কৰি আনিছিল। সেই দিনৰ পৰাও গুজৰাটি ডেকাৰ লগত বৰ বেছিকৈ হলিগলি কৰিবলৈ ৰাওৰ এটা ইতস্ততবোধ নথকা নহয়। সিঙৰ অৱশ্যে ব্ৰীজ খেলাত বৰ চখ। গুজৰাটি দম্পতিৰো চখ কম নহয়। সিঙে সুবিধা পালেই টানি আজুৰি ৰাওক লৈ যায় ব্ৰীজ খেলিবলৈ। —কিন্তু অসুবিধা হয় ঘৈণীয়েকৰ পৰা। সিঙৰ ঘৈণীয়েক অলপ ৰুগীয়া ধৰণৰ। প্ৰায়েই বিচনাত পৰি থাকে। ঘৈণীয়েকৰ তত্বাৱধান লবলগীয়া হোৱাৰ কাৰণে সিঙেও মাজে মাজে ঘৰৰ পৰা ওলাবলৈ সময় নাপায়। ৰাওৰ নিৰ্জ্ঞান মনত সিঙৰ ঘৈণীয়েকৰ প্ৰতি ক্ষোভ আছিল সেইখিনিতেই। অৱশ্যে ৰাওক ব্ৰীজ খেলিবলৈ সিঙে জোৰ কৰি লৈ নগলে ৰাও বিক্ষুব্ধ হৈ পৰাৰো আৰু এটা গভীৰতৰ কাৰণ আছিল।



—গুজৰাটী ডেকাজনৰ বিয়াত ৰাও বৰযাত্ৰী হৈ গৈছিল। বিয়াখন প্ৰথমৰে পৰা শেষলৈ তদাৰকো কৰিছিল ৰাওৱেই। কিন্তু বিয়া ঘৰৰ উলুমজুলুম আৰু ব্যস্ততাৰ মাজতো ৰাও মাজে অন্যমনস্ক হৈ পৰিছিল। —বাৰে বাৰে মৃতা পত্নীলৈ মনত পৰিছিল। মনত পৰিছিল নিজৰ বিয়াৰ দিনটোৰ কথা। কিন্তু ৰাওৱে বিশ্লেষণ কৰি পালে আচলতে ৰাওৱে নিজৰ বিয়াৰ সেই দিনটোৰ বুকুলৈ উভতি যাব খুজিছিল। —গুজৰাটী ছাত্ৰজনৰ স্থান নিজে অধিকাৰ কৰিব খুজিছিল। —কইনাজনীৰ প্ৰতি লালায়িত হৈছিল। নিজৰ নিৰ্জ্ঞান মনৰ লালসাৰ অস্তিত্ব অস্পষ্ট ভাবে হলেও অনুভৱ কৰিছিল বুলিয়েই ৰাওৱে গুজৰাটি ডেকাৰ ঘৰলৈ অকলে যাবলৈ অলপ ইতস্ততঃ কৰিছিল,—শিক্ষক ছাত্ৰৰ সন্মানজনক দূৰত্ব ৰজাই ৰখাৰ কথা ভাবিছিল। কিন্তু পেটে পেটে বিচাৰিছিল সিং নামৰ বন্ধুজনে তেওঁক টানি আজুৰি লৈ যাওকহি। তাৰো বাটত আকৌ বিধিপথালি দিছিল সিঙৰ ঘৈণীয়েকে। গতিকে সিঙৰ ঘৈণীয়েকৰ মৃত্যুত ৰাওৰ নিৰ্জ্ঞান মনে এটা স্বস্তি অনুভৱ কৰিছিল,—আততায়ীৰ প্ৰতি কৃতজ্ঞ হৈছিল।

আবিষ্কাৰটোৰ কথা অভিজিতৰ আগত কবলৈ ৰাও অলপ অধীৰ হৈ পৰিছিল। ঘৰ পায়েই ৰাওৱে পোনে পোনে খোজ ললে অভিজিতৰ কোঠালিলৈ। কিন্তু কোঠালিটোৰ দুৱাৰখন বাহিৰৰ পৰা বন্ধ দেখি ভজনলালক ৰাওৱে সুধিলে—‘বকৰা চাহাব কলৈ গ'ল?

ভজনলালে ৰাওৰ বিচনা-পত্ৰ লৈ ভিতৰলৈ যাব ধৰিছিল। থমকি ৰৈ ভজনলালে কলে—'বাইদেউৰ লগত ফুৰিবলৈ গৈছে।'

'—বাইদেউৰ লগত ? বাইদেউৰ কেতিয়া আহিল ?'

'—আপুনি যোৱাৰ দুই দিনৰ পিচতেই—'।

ৰাওৰ চাটকৈ মনত পৰি গ'ল—ঠিকেইতো সেই দিনাই অনিতা উভতি অহাৰ কথা আছিল। আৰু এটা বিস্মৃতি। বুঢ়া বয়সত মানুহে পুতেক জীয়েকহঁতৰ মাজেৰেই অক্ষম কামনাবোৰৰ চৰিতাৰ্থ বিচাৰে।

—পুতেক জীয়েকহঁতৰ বিয়া পাতি দিয়ে।

—হয়তোবা তেনেকুৱাই কিবা এটা। ৰাওৰ ওঁঠত এটা সৰু হাঁহি বিৰিঙি উঠিল। ওপৰ মহলালৈ বুলি ৰাওৱে খোজ ললে।

ৰাওৰ বস্তু-বাহানিবোৰ থৈ ভজনলাল চিৰিয়েদি নামি আহিছিল। ৰাওৱে সুধিলে—'বাইদেউহঁত কেতিয়া গ'ল' ?

'—ব্ৰেকফাষ্টৰ পিচতে গৈছে। টিফিন কেৰিয়াৰত কিবা-কিবি লৈ গৈছে। একেবাৰে গধূলিহে আহিব। চিকাৰ কৰিব বোলে। আপোনাৰ বন্দুকো লৈছে।'

একো নামাতি ৰাওৱে বেলকনিলৈ খোজ ললে। অনিতাৰ লগত তেনেহ'লে অভিজিতৰ সন্ধি হৈছে। —ভাল লক্ষণ। ছোৱালীৰ প্ৰতি আকৰ্ষণ অভিজিতৰ কাৰণে ভাল লক্ষণ। অভিজিত নিশ্চয় সুস্থ হৈ গৈছে। হয়তোবা ইতিমধ্যে



অভিজিতৰ নিৰ্জ্জ্বান মনৰ বহু কথাই সজ্ঞান মনলৈ উঠি আহিছিল; এই কেইদিনৰ বিশ্লেষণৰ ফলত অভিজিতৰ মানসিক দমন আতৰি গৈছিল। বানপানীৰ ভেটাত অলপ ফাট মেলিলে হঠাত গোটেই বান্ধটো উটি যোৱাও অসম্ভৱ নহয়।

বেলকনিৰ ৰেলিঙত ধৰি ৰাওৱে নৈখনলৈ চাই পঠিয়ালে। বেলিটো তেতিয়া হালি পৰিছিল। ক্ৰমাৎ অস্পষ্ট হৈ আহিছিল গছৰ দীঘলীয়া ছাঁবোৰ। পাতল বতাহ এজাকত নৈৰ পানীবোৰ কঁপিছিল। সেন্দুৰবুলীয়া আকাশখনৰ বোল লাগি নৈৰ বুকুত নাচিব ধৰিছিল অলেখ পদ্মৰাগ মণি। ৰাওৰ মনটোও পাতল লাগি গ'ল। শেষ অপৰাধৰ আকাশখনৰ দৰেই পাতল। কিন্তু এটা অবুজ শূন্যতাৰে ভৰা। দুটা সমস্যাৰ সমাধান হৈ গ'ল। অভিজিত সুস্থ হ'ল। অনিতাৰো ব্যৱস্থা হ'ল। ৰাওৰ দায়িত্বও শেষ হৈ গ'ল। চাকৰিৰ পৰা অবসৰ লৈ এটা অকলশৰীয়া প্ৰথম শ্ৰেণীৰ দবাত ঘৰলৈ উভতি আহিবৰ দিনাখনো অপৰাধৰ শূন্যতাৰে ভৰা আকাশখনৰ পিনে চাই ঠিক এনেকুৱাই লাগি গৈছিল। কিন্তু মাথোন কেইটামান মুহূৰ্তৰ কাৰণে। হঠাতে ৰাওৰ মাজত থকা অশান্ত চিৰ সেউজীয়া মানুহটোৱে মূৰ দাঙি গৰজি উঠিল। ঈৰ্ষা কৰিব লগীয়াকৈ সফলতাৰে ভৰা ৰাওৰ জীৱন। শিক্ষিত ধনী মাক-দেউতাকৰ আদৰ, যত্ন, মৰম, স্বাস্থ্য, বুদ্ধি, মেধা ৰাওৱে সকলো পাইছিল। ৰাওৱে পঢ়ি অহা ইউনিভাৰ্চিটিবোৰত ৰাওৰ কথা আজিও কিংবদন্তীৰ দৰে শুনা যায়।

কিন্তু ৰাওৰ এই সফলতাৰ মূলতেই কি আছিল মাথোন ৰাওৰ সৌভাগ্য ? ৰাওৱে বিশ্বাস নকৰে। তাৰ মূলতে আছিল ৰাওৰ অপ্লাবিত প্ৰাণ প্ৰাচুৰ্য। অফুৰন্ত জীৱনীশক্তি। চাক-ৰিৰ পৰা অবসৰ লোৱাৰ পিছতো ৰাওৱে অবসৰ লোৱা নাই। মানুহৰ মনৰ আৰু কিছুমান জটিল সমস্যাৰ সমাধান বিচাৰি ৰাও ব্যস্ত হৈ আছে। জীৱনৰ সুদীৰ্ঘ অভিজ্ঞতাৰে কেবাখনো মূল্যবান গ্ৰন্থ লিখিছে। আৰু বহু কাম বাকী আছে। এটা মুহূৰ্ত্ত ও অপব্যয় কৰিবলৈ ৰাও ৰাজি নহয়। অভিজিতৰ পৰাও কিছু নতুন বস্তু পাব বুলি ৰাওৱে আশা কৰে। কিন্তু সচাকৈয়ে জানো অভিজিত সুস্থ হৈ গৈছে ? অভিজিত আহিলে গম পোৱা যাব। হেলনীয়া চকী এখনত বহি জেপৰ পৰা চিগাৰ এটা উলিয়াই জ্বলাব খোজোঁতেই ৰাওৰ মনত পৰি গ'ল—যাবৰ সময়ত ৰাওৱে অভিজিতক এই কিদিনৰ কথাবোৰ ডায়েৰীৰ আকাৰত লিখি যাবলৈ কৈ গৈছিল। যদি লিখিছে নিশ্চয় তাতেই বহু কথা ওলাব। ত্ৰস্ত পদেৰে আকৌ ৰাও নামি গ'ল।

অভিজিতক শুবলৈ দিয়া কোঠালিটো তলৰ মহলাত। কোঠালিটোৰ দুৱাৰখন বন্ধ আছিল যদিও তলা লগোৱা নাছিল। সোমাই গৈ ৰাওৱে কোঠালিটোৰ চাৰিওপিনে এবাৰ চকু ফুৰাই চালে। কোঠালিটো ৰাওৰ দেউতাকে আলহী থকা ঘৰ হিচাবেই সজাইছিল। বস্তু-বাহানি বৰ বেচি নাই। এখন মেহগনী কাঠৰ পালেং। এখন ড্ৰেচিং টেবুল। এখন



কাথৰ চকী টেবুল অ'ৰু টিপয়। এডাল আলনা। আলনাত দুখনমান ধুতি-পাঞ্জাবী জাপি থোৱা আছে ৰাওৰেই কাপোৰ। বহু দিনৰ আগেয়ে লোৱা। ৰাও তেতিয়া ইমান শকত নাছিল। কাপোৰবোৰ অভিজিতৰ গাত হৈছে। পালেঙৰ ওপৰত পাৰি থোৱা বেজীসুতাৰ কাৰুকাৰ্য কৰা বে'ড-কভাৰ খনলৈ ৰাওৱে কিছুপৰ চাই ৰ'ল। ৰাওৱে দেখিয়েই চিনি পাইছিল—বে'ড কভাৰখন অনিতাৰ। এবাৰ বন্ধত আহোতে ফুল তুলি থকা দেখিছিল। টেবুলত ৰাওৰ লাইব্ৰেৰীৰ পৰা অনা এখন কিতাপ—Methods of Psychoanalysis। টেবুলত ফুলদানি এটাও থোৱা হৈছে। ফুলদানিটোত কেই-পাহ মান তগৰ ফুল। তগৰ ফুল ৰাওৰ ফুলনিত নাই। আন ক'ৰবাৰ পৰা আনিছিল ছাগৈ। নিশ্চয় অনিতাৰেই কাম। বহীখন বিচাৰি ৰাওৱে ইফালে সিফালে চালে। বহীখন বাহিৰত নাছিল। এনেতে এবাৰ চকুত পৰিল ড্ৰেচিং টেবুলৰ ড্ৰয়াৰটোত। তাতেই সম্ভবতঃ হৈ গৈছে। ড্ৰয়াৰটোৰ এটা ডুপ্লিকে'ট চাবি ৰাওৰ হাততো আছিল। কিন্তু চাবিটো ব্যৱহাৰ কৰিবলগীয়া নহ'ল। ড্ৰয়াৰত চাবি লগোৱা নাছিল। বহীখন তাৰ ভিতৰতে ওলাল। ৰাওৱে বহীখনৰ পাতবোৰ এবাৰ লুটিয়াই চালে। সাত দিনৰ ভিতৰতে অভিজিতে লিখি গোটেই বহীখনেই প্ৰায় শেষ কৰি পেলাইছে। বহীখন হাতত লৈ ৰাও আকৌ ওপৰ মহলাৰ বেলকনিলৈ উঠি আহিল।

ভজনলালে দি যোৱা চাহকাপ খাই খাই ৰাওৱে বহীখন মেলি হৈছিল। বেচি ভাগেই অদৰকাৰী কথা। অভিজিতে কেতিয়া টোপনিৰ পৰা উঠিলে—কি খালে কি নাখালে। ভজনলালে কি কলে—শুনি অভিজিতে কি কলে কি ভাবিলে ইত্যাদি। অভিজিতৰ গাত অৱশ্যে দোষ নাই। ৰাওৰ কাৰণে কোনটো কথা দৰকাৰী কোনটো অদৰকাৰী অভিজিতে বুজা সম্ভৱ নহয়। তাৰোপৰি ৰাওৱে অভিজিতক দিনটোৰ সকলো কথাই লিখি যাবলৈ কৈছিল। তাৰ মাজতো অৱশ্যে অভিজিতে দুই এটা তাৎপৰ্যপূৰ্ণ কথা নিলিখা নহয়। এঠাইত লিখিছে—হঠাতে অনিতা আহি ওলাল। মোক দেখি মুখ ঘূৰালে। দেউতাক ঘৰত নাই বুলি শুনি গহীন হৈ গ'ল। অনিতা আকৌ যাবলৈ ওলাল। অনুশোচনাত মোৰ মৰি যাবৰ মন গৈছিল। দেৱতাৰ দৰে মানুহ ৰাও। সকলো কথা জনাৰ পিছতো মোক আশ্ৰয় দিছে—শুশ্ৰূষা কৰিছে—মৰম কৰিছে। আজিৰ যুগতো যে এনেকুৱা মানুহ থাকিব পাৰে মই জনা নাছিলো। আৰু অনিতা। ৰাতিপুৱা দুবৰিত পৰি থকা এপাহ শেৱালীৰ দৰেই ধুনীয়া আৰু পৱিত্ৰ। অনিতাক কলো—তোমাৰ ঘৰ। তুমি কিয় যাবা। ময়েই যাওঁগৈ। বহুপৰ ভাবি অনিতাই কলে—মই বাৰু নাযাওঁ। আপুনিও যাব নালাগে। মই গুচি গলে দেউতাকে বেয়া পাব বুলিয়েই অনিতাই তেনেকৈ কৈছিল নেকি নাজানো। এবাৰ সুযোগ পাই অনিতাৰ ওচৰত ক্ষমা খুজিলো। অনিতাই



খুব কান্দিলে। কেনেকুৱা লাগিছিল ঠিক নাজানো। কিন্তু শপত খাইছিলো—অনিতাক আৰু দুখ নিদিওঁ—।

ৰাওৰ প্ৰশস্ত কপালত চিন্তাৰ ৰেখা কেইডালমান স্পষ্ট হৈ উঠিল। তেনেহলে কি মাথোন অনুশোচনা? মাথোন অনুশোচনাৰ কাৰণেই,—মাথোন সুৰুচিপূৰ্ণ মনৰ নৈতিক অনুশাসনৰ কাৰণেই অভিজিতে অনিতাৰ লগত মিতিৰালি পাতিছে? অভিজিত সঁচাকৈয়ে সুস্থ হৈছে জানো? ৰাওৱে আকৌ বহীখন পঢ়ি গ'ল। এঠাইত অভিজিতে লিখিছে

—প্ৰফেচাৰ ৰাওৱে সোধোতে এবাৰ কৈছিলো লাহতীয়ে সাৰুটি ধৰি মোৰ পিনে চাই থাকোতে বৰ অস্বস্তি লাগিছিল। কিন্তু কেলৈ বা কেনেকুৱা ধৰণৰ অস্বস্তি লাগিছিল বুজাব পৰা নাছিলো। বহু দিনৰ আগৰ ঘটনা। অস্বস্তিৰ প্ৰকৃত ৰূপটোৰ কথা পাহৰি গৈছিলো। আজি অনিতাৰ লগত কথা পাতি থাকোতে হঠাত মনত পৰি গ'ল (বোধকৰো চকুলৈ চাই অনিতাই কিবা এটা সুধিছিল কাৰণেই)। —সাৰুটি ধৰি লাহতীয়ে মোৰ পিনে চাই থাকোতে মোৰ আচলতে ভয় লাগি যোৱাকৈ ভাল লাগিছিল। তাইৰ চকুকিটা আছিল বহল আৰু ক'লা। —চাৱনীটোও আছিল বৰ গভীৰ। চকুলৈ চাই থাকোতে মোৰ অনুমান হৈছিল—তাইৰ সেই চাৱনীৰ গভীৰতাত যেন মই ডুবি গৈছো। তাইৰ চাৱনীটো যেন এখন অতলস্পৰ্শী মহাসাগৰ। —মোৰ সমগ্ৰ চেতনা যেন আচ্ছন্ন হৈ আহিছে। —মই যেন হেৰাই যাব ধৰিছো।

মোৰ চকুহাল গভীৰ টোপনিত মুদ খাই আহিব ধৰিছে। মাজে মাজে দেউতাৰ মুখখনো চকুৰ আগত ভাহি উঠিছিল। —ঠিক মুখখন নহয় চকুহাল। দেউতাৰ চাৱনীটোও আছিল তেনেকুৱাই গভীৰ। চকুলৈ চাই থাকিলে ভয় লাগে—কিন্তু চকু আঁতৰাবৰো মন নাযায়। মূৰ ঘূৰায়—চকু মুদি দিবৰ মন যায়—।

—বহীখন কোলাৰ ওপৰত লুটিখাই থৈ কিছুপৰৰ কাৰণে ৰাও গভীৰ চিন্তাত নিমগ্ন হ'ল। —কথাখিনিৰ দুটা অৰ্থ হব পাৰে। মনে-প্ৰাণে পতিব্ৰতা ৰমণীৰ কোনোবা দুৰ্ব্বল মূহূৰ্ত্তত পৰ পুৰুষৰ প্ৰতি আকৰ্ষণ উপজিলে ধৰ্মপত্নীৰ চেহেৰাটো বাৰে বাৰে চকুৰ আগত ভাহি উঠাৰ দৰে দেউতাকৰ মুখৰ প্ৰতিচ্ছবি ভাহি উঠি সমকামী অভিজিতক লাহতীৰ সতে সম্ভোগৰ পৰা বিৰত কৰিব খুজিছিল। নতুবা কাম-ক্ৰীড়াত পুৰুষৰ দৰে আগভাগ লোৱা লাহতীৰ মাজত দেউতাকক বিচাৰি পাই আকৰ্ষণ অনুভব কৰিলেও সমকামী অভিজিত নাৰীৰ দৰে নিষ্ক্ৰিয় হৈ পৰিছিল। কামাৰ্ত্ত পুৰুষে সাৱটি ধৰা নাৰীৰ দৰে অভিজিতৰো ভয় লাগি যোৱাকৈ ভাল লাগিছিল।

—গভীৰ চাৱনী—সাগৰৰ দৰে অতলস্পৰ্শী—। —আকৌ পানী। কিন্তু অনিতাই চকুলৈ চাই যাওঁতেই লাহতীৰ সেই চাৱনীটোৰ কথা অভিজিতৰ মনত পৰি গ'ল কেলৈ? অনিতাৰ চাৱনীটোও অভিজিতৰ কাৰণে ভয় লাগি যোৱাকৈ ভাল লগা



নেকি? চিন্তিত ভাবে ৰাওৱে আকৌ বহীখনত মনোনিবেশ কৰিলে। অভিজিতে লিখিছিল

—লাহতীৰ এই কথাটো মনত পৰাৰ লগে লগে মোৰ আৰু এটা কথা মনত পৰি গল। সিদিনা কথাটো কিয় জানো প্ৰফেচাৰ ৰাওক ভুলকৈ কৈছিলো। নৈৰ পাৰত লাহতীক দেখি উত্তেজিত হৈ তাইৰ হাতত ধৰি ফুটুকানিখনৰ পিনে মতা বুলি প্ৰফেচাৰ ৰাওক কৈছিলো। কিন্তু এতিয়া মোৰ মনত পৰিছে ফুটুকানিখনৰ পিনে তাইক মতা নাছিলো। মাতিছিলো নৈখনৰ পিনেহে। কৈছিলো—আহ —সাঁতোৰোগৈ।

—আৰু এটা কথা মনত পৰিছে। তাই যেতিয়া খং কৰি মাৰ আগত কৈ দিম বুলি ভয় দেখুৱাই গুছি যাব ধৰিছিল মোৰ মন গৈছিল তাইক টানি আনি পানীত ডুবাই মাৰি থৈ দিওঁ—যাতে তাই মাৰ আগত একো লগাবলৈ নোৱাৰে—।

ৰাওৱে জেপৰ পৰা কলমটো উলিয়াই শেষৰ কথাষাৰৰ তলত দাগ দি কাষত লিখিলে Rationalisation। আচল কথা হ'ল পানীৰ মাজতেই অভিজিতে তাইক উপভোগ কৰিব খুজিছিল। তাই খং কৰি গুছি যোৱাৰ পিছতো অভিজিতৰ উত্তেজনা কমা নাছিল। এঠাইত আকৌ লিখিছে

—হঠাতে আজি অনিতাৰ লগত নিজকে পৰীক্ষা কৰি চোৱাৰ কেইদিনমানৰ আগৰ কথা এটা মনত পৰিল। বিশেষ

তাৎপৰ্যপূৰ্ণ ঘটনা একো নহয়। কিন্তু মনত পৰিলে লিখিবলৈ কৈছিল বুলিয়েই লিখিলো। —ঘৰলৈ গৈছিলো। মা ঢুকুৱাৰ পিছত বহুদিন যোৱা নাছিলো। দেউতাৰ কিবা অসুবিধা হৈছে নেকি খবৰ কৰিবলৈকে বুলি গৈছিলো। কিন্তু গৈ দেখো সকলো ঠিক আছে। দেউতাৰ অনাদৰ অযত্ন বা অসুবিধা একো হোৱা নাই। মাৰ কাম গোটেইখিনি ভনী-জনীয়েই কৰে—।

—আৰু এটা ৰহস্যৰ সমাধান বচাৰি পোৱা নগৈছে। ৰাওৰ মুখখন অলপ উজ্বল হৈ উঠিল! মাক ঢুকুৱাৰ পিছত সমকামী অভিজিতে নিজকো আঁতৰাই আনি দেউতাকক শাস্তি দিব খুজিছিল। —অভিজিত অনিতাৰ প্ৰেমত পৰিছিল। অনিতাৰ প্ৰতিও হয়তো আকৰ্ষিত হৈছিল অনিতাই দেউতাকৰ কটু সমালোচনা কৰাৰ কাৰণেই! কিন্তু ঘৰলৈ গৈ যেতিয়া দেখিলে—দেউতাক বিক্ত হোৱা নাই—মাকৰ আসন ভনীয়েকে পূৰাইছেহি অভিজিত আকৌ আগৰ অৱস্থালৈ উভতি আহিল। পুৰুষত্বহীনতা সমকামী অভিজিতৰ কাৰণে নিজকে নাৰী সঙ্গৰ পৰা আঁতৰাই ৰখাৰ এটা চেলু বা কৌশল মাত্ৰ আছিল। সমকামী মনোভাব জাগি উঠাৰ লগে লগে অভিজিতৰ আকৌ সেই পুৰণা কৌশলটোৰ কথা মনত পৰি গ'ল। নিজকে অনিতাৰ লগত পৰীক্ষা কৰি চালে—। তাৰ তলতে অভিজিতে লিখিছিল—

—আকৌ এবাৰ ঘৰলৈ গৈছিলো। ভনীজনীৰ বিয়াৰ



কথা চলিছিল। দৰাপক্ষৰ কোনোবা মানুহো আহিছিল দেউতাৰ লগত কথা-বতৰা হবলৈ। দৰাৰ সম্বন্ধে সবিশেষ নাজানে কাৰণে দেউতাই পূৰা কথা দিব নোৱাৰিলে। মোক দৰাৰ সম্বন্ধে খা-খবৰ লবলৈ কলে। দেউতাৰ ইচ্ছা আছিল মোৰ বিয়াখনৰ সৈতে একেলগে ইখন বিয়াও পাতে। (মই যে চাকৰি ইস্তফা দিছিলো দেউতাক কোৱা নাছিলো)।

ঘৰৰ পৰা উভতি আহি খা-খবৰ লৈ জানিব পাৰিলো দৰাই চাকৰি-বাকৰী ভালেই কৰে। —ঘৰৰ অৱস্থাও ভাল। কিন্তু চৰিত্ৰ সিমান সুবিধাৰ নহয়. এবাৰ ভাবিলো কিছু কথা পাতলাই লিখি বিয়া দিবলৈকে লিখি দিওঁ। কপালত আছে যদি ছোৱালী সুখী হব। তাতে আকৌ পুৰুষৰ চৰিত্ৰ বিয়াৰ পিছত ভাল হৈ যাব পাৰে। দেউতালৈ তেনেকুৱাকৈ চিঠি এখনো লিখিলো। ৰাতিপুৱা চাহ খাই উঠি চিঠিখন লৈ ডাক ঘৰলৈ বুলি ওলাই গৈছিলো। কিন্তু মনটো আকৌ কোঁচ খাই গ'ল। দেউতাৰ ইমান মৰমৰ জীয়েক। মা ঢুকুৱাৰ পিছৰে পৰা তাইৰ প্ৰতি দেউতাৰ মৰম আৰু বাঢ়ি গৈছে। যদি তাই দুখত পৰে দেউতাইও বৰ দুখ পাব। তাৰোপৰি দেউতা হ'ল অতি নৈষ্ঠিক মানুহ। টকা পইচাৰ প্ৰতি কোনো আকৰ্ষণ নাই। চৰিত্ৰহীন জোৱাই হাজাৰ ধনী হলেও দেউতাই সহ্য কৰিব নোৱাৰিব। কথা লুকুওৱা বাবে মোকো জীৱনত কোনো দিন ক্ষমা কৰিব নোৱাৰিব। চিঠিখন পোষ্ট নকৰি ঘৰলৈ উভতি আনিলো। দুপৰীয়া ভাত

খাই উঠি আন এখন চিঠি লিখিলো। এইখন চিঠিত অৱশ্যে কোনো কথাই গোপন নকৰিলো। গা'টো বৰ বেয়া লাগিছিল। অলপ জিৰাই আকৌ চিঠিখন পোষ্ট কৰিবলৈ ডাক ঘৰলৈ গলো। চিঠিখন পোষ্ট কৰি উভতি আহোতে গাটো আৰু বেয়া লাগিছিল। ভাবিলো অলপ মদ খালে ভাল লাগিব। এবটল ফৰেণ মদ কিনি আনিলো। গধূলি হবলৈ তেতিয়াও বেচ দেৰী আছিল যদিও গধূলি হোৱালৈ আৰু অপেক্ষা নকৰিলো। কিন্তু কি আচৰিত দুটোকমান খোৱাৰ পিচতে মই জ্ঞান হেৰুৱালো। যেতিয়া জ্ঞান আহিল, তেতিয়া মই প্ৰফেচাৰ ৰাওৰ ঘৰত। —মাজৰ চোৱাৰ কথা মোৰ মনত নাই। মাত্র ৰিণিকি-ৰিণিকি মনত পৰে মদৰ জালত যেন মই এটা দিবাস্বপ্ন দেখিছিলো। এজনী গাভৰু ছোৱালী প্ৰাণটাকি দৌৰিছে—বহুতো অচিন গাওঁ, পথাৰ আৰু বহু অচিন ঠাইৰ মাজেৰে। পিচে পিচে দৌৰি গৈছে এজন বুঢ়া মানুহ। —দূৰত এখন নৈ দেখা গ'ল। গাভৰুৰ দৌৰৰ গতি আৰু বাঢ়িল। বুঢ়া মানুহজনৰো গতি বাঢ়িল। দৌৰৰ কোবত গাভৰুৰ গাৰ কাপোৰ-কানি খহি গৈছিল। বুঢ়াজনৰো প্ৰায় সেই একেই অৱস্থা। —ওচৰৰ নাম ঘৰ এটাত দুজন মাত্র বয়সীয়াল মানুহে শঙ্কৰদেৱৰ কীৰ্ত্তন পঢ়ি আছিল। কোনোবা এজনে বুঢ়াজনৰ পিনে আঙুলিয়াই কলে—সৌৱা হৰমোহনৰ সদাশিৱ। —মই চিনি পালো। ছোৱালীজনী মোৰ ভনী আৰু বুঢ়া মানুহজন দেউতা। জলংকৈ ভনীজনী



নৈৰ পানীত জপিয়াই পৰিল। গছ এজোপাৰ তলত মই মদ খাই উঠিব নোৱাৰা হৈ বহি আছিলো। সেই অৱস্থাৰে দেউতাক দেখা দিবলৈ বেয়া লাগিল। গছ জোপাতে আউজি মই বহি ৰলো। ধুনীয়া এজাক বতাহ মাৰিছিল। মোৰ গোটেই গাটো শাত লাগি আহিছিল। মই টোপনি গলো—। নৈৰ পাৰে পাৰে দেউতাই ভনীজনীৰ নাম ধৰি চিঞৰিব ধৰিলে—সুৰমায়া সুৰমায়া বুলি—।

সুৰমায়া—?? ৰাও হঠাতে অলপ যেন চক খাই উঠিল—অভিজিতে অন্য মনস্ক অৱস্থাত নিজৰ নামটো সুৰজিত বুলি কৈ উঠিছিল। সুৰজিত নামটোৰ ওপৰত ফ্রি এচচিয়েচন কৰা উচিত আছিল। তেতিয়াহলে লগে লগেই হয়তো বহুত কথাই ওলাই পৰিলেহেঁতেন। সেই খিনিতেই ৰাওৰ অলপ ভুল হৈ গ'ল। এতিয়া সকলো কথা স্পষ্ট হৈ পৰিছে। মাক মৰাৰ পিচত মাকৰ শূন্যস্থান অধিকাৰ কৰিছিল সুৰমায়াই। সুৰমায়াৰ প্ৰতি অভিজিত ঈৰ্ষান্বিত হৈ পৰিছিল। সুৰমায়াক দেউতাকৰ সংশ্ৰৱৰ পৰা আঁতৰাব খুজিছিল। কিন্তু সেই সম্ভাৱনা শেষ হৈ গ'ল। যেতিয়া সজ্ঞান মনৰ নৈতিকতা-বোধৰ কাৰণে অভিজিতে সুৰমায়াৰ বিয়াখন বন্ধ কৰি দিলে। —কেৱল অৱশ্যে সজ্ঞান মনৰ নীতিবোধেই নহয় নিৰ্জ্জান মনৰো প্ৰভাৱ পৰিছিল। সঁচা কথাখিনি লিখি বিয়াখন বন্ধ নকৰা হলে দেউতাক অভিজিতৰ প্ৰতি অসন্তুষ্ট হ'লহেঁতেন। —ভনীয়েকৰ প্ৰতি মৰম নহয় দেউতাকৰ প্ৰতি নিৰ্জ্জান মনৰ

আনুগত্য। —চিঠিখন লিখাৰ পিচৰে পৰা অভিজিতে অসুস্থ অনুভৱ কৰিছিল। —চিঠিখন পোষ্ট অফিচত পেলাই অহাৰ পিচতে অভিজিতে জ্ঞান হেৰুৱাইছিল। মদ খোৱাতো জ্ঞান হেৰুৱাৰ এটা চেলু মাত্র। —সুৰমায়া হৈ দেউতাকৰ প্ৰেম লভিব খোজা সুৰজিতে নিজকে সুৰমায়া বুলি ভাবিব ধৰিলে। কিন্তু সুৰমায়াক আঁতৰাবও লাগিব। পানীত জাপ দি অভিজিতে নিজৰ মাজত বিচাৰি পোৱা সুৰমায়াক হত্যা কৰিব খুজিলে। —সুৰমায়াক আঁতৰাই দেউতাকক শাস্তি দিলে।—খুব ধুনীয়া এজাক বতাহ বলিছিল—। —অভিজিতৰ গোটেই গাটো শীঁত লাগি গৈছিল। ধুনীয়া বতাহজাকৰ কাৰণে নহয়—দেউতাকৰ ওপৰত প্ৰতিশোধ লৈছে অভিজিতৰ গাটো শীঁত লাগি গৈছিল। নিজকে সুৰমায়া বুলি ভাবি লৈছিল কাৰণেই অভিজিতে অসতৰ্ক অৱস্থাত নিজৰ নামটো সুৰজিত বুলি কৈছিল। অভিজিত শব্দটোৰ পিচত জিত' আছে কাৰণে অভ্যাসতে 'সুৰ'ৰ পিচত 'জিত' আহি সুৰমায়াৰ ঠাইত সুৰজিত হৈ পৰিছিল। —হয়তোবা 'সুৰ' শব্দটো উচ্চাৰণ কৰাৰ পচতে আত্ম-সচেতন হৈ অভিজিতে সংশোধনৰ চেষ্টা কৰি সুৰজিত বুলি কৈ পেলাইছিল। —অবোধ নিৰ্জ্জান মনৰ কি বিপৰীত মুখী প্ৰবৃত্তি। —সুৰমায়াক ঈৰ্ষা কৰে—নিজে সুৰমায়া হব খোজে—আকৌ সুৰমায়াক হত্যাও কৰিব খোজে। দেউতাকৰ প্ৰতি থকা গোপন আনুগত্যৰ কাৰণে প্ৰতিদ্বন্দিনী সুৰমায়াক বাট এৰি দি জীৱনৰ শ্ৰেষ্ঠ ত্যাগৰ



পৰকাষ্ঠা দেখুৱালে। অথচ উন্মাদ প্ৰায় শোকাকুল দেউতাকৰ দুৰৱস্থা দেখি অভিজিতৰ গা শাত পৰি গ'ল। —ভাবি ভাবি ৰাও যেন নিজেই অলপ অভিভূত হৈ পৰিল।

গধূলি হোৱা দেখি ভজনলালে লাইটটো জ্বলাই থৈ গৈছিল। ৰাওৱে আকৌ বহীখন মেলি ললে। এঠাইত অভিজিতে লিখিছে।

—ৰাতি এটা সপোন দেখিছিলো। সুৰমায়াৰ বিয়াৰ সম্বন্ধে মই লিখা চিঠিখন হেনো বাটতে কোনোবাই খুলি আন কথা কিছুমান লিখি দিছিল। —দৰাজনে হেনো সুৰমায়াক বিয়া কৰাব খোজা নাই ইত্যাদি ইত্যাদি। ঘৰলৈ গৈ দেখো মুখ উখহাই সুৰমায়া বেলকনিত বহি আছে। কাষতে দেউতা। লক্ষ্য কৰি চাই দেখিলো সুৰমায়াৰ গাত গৰ্ভৱতী তিৰোতাৰ লক্ষণ। দেউতাইও ৰাওৰ দৰে একোচা দাড়ি ৰাখিছে। সুৰমায়াক দেখুৱাই দেউতাই মোৰ পিনে চাই কলে—চাছোন এই অৱস্থা হোৱাৰ পিচতো বিয়া নকৰালে সমাজত মই মুখ দেখুৱাম কেনেকৈ। মই সুৰমায়াক বুজাবলৈ চেষ্টা কৰিলো—দৰাজনে বিয়া কৰাব নোখোজা কথাটো মিছা। মদৰ জালত মই কিবাকিবি লিখিছিলো। নতুবা বাটতে দুষ্টামি কৰি পিয়নে কিবাকিবি লিখি দিছে। কিন্তু সুৰমায়াই একো কথাকে শুনিব নোখোজে। দেউতা বৰ কঠোৰ আৰু উগ্ৰ স্বভাৱৰ মানুহ। কিন্তু আচৰিত কথা—মাজে মাজে মোক সমৰ্থন কৰি হাঁ-হাঁ কৰি গলেও দেউতাই জোৰ দি একো কোৱা নাই

যি হয় হব এনেকুৱা ভাবত নিৰ্বিকাৰ হৈ গুৰগুৰী টানি আছে। (দেউতাই অৱশ্যে আচলতে ধপাত, চুৰট একো নাখায়) মই কলো—এই বিয়া হবই লাগিব। প্ৰফেচাৰ ৰাওৱে আৰোগ্য কৰি দিছে। ময়ো বিয়া কৰাম। কিন্তু তই ঘৰত থাকিলে মোৰ কিমান অসুবিধা হব ভাবি চাইছনে নাই? সুৰমায়াই কলে—একো অসুবিধা নহয়। তই নবৌৰ সৈতে ড'ঙৰ ঘৰটোত থাকিবি। মই আৰু দেউতাই আগফালৰ ঘৰটোত শুম। মই গৰজি উঠিলো—সেইটো হব নোৱাৰে। তেনেকৈ থাকিলে মানুহে কি বুলিব?" সুৰমায়াই কান্দিব ধৰিলে। কান্দি কান্দি কলে—ইয়াৰ কাৰণে এতিয়া মই ঘৰ এৰিবলগীয়া হ'ল। ইহঁ দেউতাৰ ল'ৰা। মই দেউতাৰ যেন ছোৱালীয়েই নহওঁ। খঙত একো নাই হৈ মই চিৰিয়েদি নামি আহিলো। আহিবৰ সময়ত আঙুলি জোকাৰি কৈ আহিছিলো—চাওঁ তোৰ কথা কেনেকৈ বয়। —চিৰিৰ মুখতেই দেখো মীৰ্জা। —মিচিকমাচাককৈ হাহি। আছে মীৰ্জাই কলে—আচল কথা কি জান? বুঢ়াই আজিকালি সদায় জীয়েকৰ সৈতে নৈত সাতুৰিবলৈ যায়। এটা ভীষণ অস্বস্তি অনুভব কৰিছিলো। সাৰ পাই গলো—!

হুঁ বুলি ৰাওৱে আৰু এটা দীৰ্ঘশ্বাস পেলালে। আগৰ অনুমানটোৱেই সত্য বুলি সপোনটোৱেও প্ৰমাণ কৰিছে! তাৰিখটো মিলাই চাই দেখিলে। দেউতাকে সুৰমায়াক খেদি নিয়াৰ দিবা স্বপ্নটো মনত পৰা দিনাখনেই ৰাতি এই সপোনটো



দেখিছিল। —দেখা অতি স্বাভাবিক। মানসিক দমন এবাৰ ভাগি গলে নিজ্জ্ঞান মনৰ কথাবোৰ বহু সময়ত ভেটা ভগা পানীৰ দৰে সজ্জ্ঞান মনলৈ উঠি আহে! —অভিজিতৰ স্বপ্ন আৰু দিবাস্বপ্নৰ অৰ্থও প্ৰায় একেই। —ভনীয়েক সুৰমায়াৰ প্ৰতি অভিজিত ঈৰ্ষান্বিত হৈ পৰিছিল। যাবে লগতে নহওক বিয়া দি সুৰমায়াক দেউতাকৰ সংস্ৰৱৰ পৰা আতৰোৱাই অভিজিতৰ আচল উদ্দেশ্য আছিল। কিন্তু সজ্ঞান মনৰ কন্তেকীয়া মদৰ জালত—বা সজ্ঞান মনৰ দুস্ট পিয়নহঁতে মাজতে গোলমালখন লগাই দিলে। অভিজ্ঞতাৰ প্ৰতীক মীৰ্জাই অভিজিতৰ মনৰ কথাখিনিকেই কৈছিল। —সুৰমায়াৰ সৈতে দেউতাক সাতুৰিবলৈ যায়। —সুৰমায়া গৰ্ভৱতী হৈছে। সমকামী অভিজিতে দেউতাকক একচেতিয়াকৈ পাব খোজে। কিন্তু সুৰমায়াই অংশ দাবী কৰিছে। —ইহে দেউতাৰ লৰা। মই দেউতাৰ যেন ছোৱালীয়েই নহওঁ। তাতে দেউতাকে নিৰ্বিকাৰ মনোভাবৰ মাজেৰে সুৰমায়াৰ কথাতেই মৌনেন সম্মতি লক্ষণম প্ৰকাশ কৰিছিল। খঙত অভিজিত বলীয়াৰ দৰে হৈ পৰিছিল—। সেই দিনাখনেই অভিজিতে আকৌ এঠাইত লিখিছে।

—এই কিদিন দুপৰীয়াবোৰ অনিতাৰ লগত গল্পগুজৱ কৰিয়েই কটাই দিছিলো! কিন্তু আজি গাটো বৰ দুৰ্বল দুৰ্বল যেন লাগিছিল। ভাত পানী খাই উঠি সুৰমায়াক কলো—আজি আৰু কথা নাপাতো। অলপ শোওঁ। —

সুৰমায়া ? সুৰমায়া দেখো অভিজিতৰ ভনীয়েক। Slip of pen! কিন্তু কিয় ? মানুহৰ ভুলভ্ৰান্তিবোৰৰ মাজেৰেও নিৰ্জ্জান মনৰ কামনাই আত্মপ্ৰকাশ কৰে। সুৰমায়াৰ সম্বন্ধে দেখা সপোনৰ বৰ্ণনাটো ৰাওৱে আকৌ এবাৰ পঢ়ি চালে।— অভিজিতৰ দেউতাকৰ গোফ থাকিলেও দাড়ি নাই। কিন্তু সপোনত দেখা দেউতাকৰ ৰাওৰ দৰে দাড়ি আছে। অভি-জিতৰ দেউতাকে ধূমপান নকৰে। —ৰাওৱে কৰে। সপোনত অভিজিতৰ দেউতাকেও ধূমপান কৰিছিল। অভিজিতহঁতৰ ঘৰটো দোতালা নহয়। কিন্তু সপোনত দেখা ঘৰটো দোতালা, বেলকনি আছে। ৰাওৰ মাজত অভিজিতে দেউতাকক বিচাৰি পোৱা অসম্ভৱ নহয়। কিন্তু অনিতাৰ মাজতো কি অভিজিতে প্ৰেমৰ প্ৰতিদ্বন্দিনী সুৰমায়াক বিচাৰি পাইছে ?—তাৰ পিছত অভিজিতে আৰু মাত্ৰ এটা অধ্যায় লিখিছিল। —তাৰিখ আৰু সময়টো আছিল আজি ৰাতিপুৱাৰ—।

—কালি গধূলিৰ পিনে গাটো আৰু বেছি বেয়া লাগিছিল। মূৰটো অলপ গধুৰ গধুৰ যেন লাগিছিল। একো কথা ভাবি-বৰ মন যোৱা নাছিল। ৰাতি শুবৰ সময়ত টোপনি নহা-লৈকে অনিতাই মোৰ মূৰটো মোহাৰি আছিল। মোহাৰি দিয়া স্বত্বেও মূৰৰ গধুৰ গধুৰ ভাৱটো আতৰা নাছিল। অনিতাক গৈ শুই থাকিবলৈ কব খুজিছিলো। কিন্তু নকলো। অনিতাৰ কোনো ইচ্ছাত মই বাধা নিদিওঁ বুলি সনত থাইছো।



অলপ দেৰীকৈ টোপনি আহিলেও প্ৰথমডোখৰ বৰ ভাল টোপনি অহা নাছিল। বৰ জ্বৰ উঠিলে দেখাৰ দৰে কিছুমান সপোন দেখিছিলো।—টুকুৰা টুকৰি কিছুমান মুখৰ ছবি,— অসংলগ্ন ঘটনা —মীৰ্জা, দেউতা, ৰাও, অনিতা সুৰমায়া আৰু জানো কাক দেখিছিলো। —কি দেখিছিলো একো মনত নাই। ছায়া চিঙৰ বাহিনীয়ে শেষৰ পিনে চাচপেঞ্চৰ উচ্চতম শিখৰত উঠোঁতে দ্ৰুতগতিৰে ওলোৱা এখন মুখৰ পিচত এখন মুখৰ দৰে মুখবোৰ দেখিছিলো —খুব ব্যস্ততা আৰু উত্তেজনাৰ এটা ভাব। নাটকখন যেন আহি চাচপেঞ্চৰ চূড়ান্ত শিখৰত উঠিছেহি। —অলপতে শেষ হব। কিন্তু শেষৰ পিনে এটা সপোন দেখিলো। —খুব স্পষ্ট, দীঘলীয়া আৰু অন্তৰস্পৰ্শী। —অনিতা মোৰ কাষত শুই আছে। অনিতাক মই বুকুৰ মাজত লৈ আছো। অনিতা গভীৰ টোপনিত।— আকাশী জাহাজৰ নিমজ্জ গতিত পঞ্চলিচ ডিগ্ৰীৰ এটা কোণ কৰি সেই অৱস্থাতে আমি তলমুৱা হৈ নামি গৈছো পানীৰ মাজেৰে। কেউফালে মাথোন পানী—নীলা পানী। সপোনৰ দৰে ধুনীয়া নীলা। —মোৰ গোটেই গাটো শীতল লাগি গৈছে। এটা অবৰ্ণনীয় শিহৰণ—এটা অবৰ্ণনীয় আবেশ অনুভব কৰিছো। এনেতে কাণত পৰিল সঙ্গীতৰ দৰে এটা ধ্বনি। পানীৰ মাজৰ পৰাই দেখিলো সমুখত টুকুৰা হোম জ্বলাই লৈ নিৰ্জন সাগৰ পাৰত দেউতা বহি আছে। ওচৰত বিক্ষিপ্ত হৈ পৰি আছে পোৰা কাঠৰ টুকুৰা। —দেউতা আৰু বুঢ়া

হৈছে। প্ৰফেচাৰ ৰাওৰ দৰে দাড়িকোচা পকি বগা হৈ গৈছে। উদাওঁ গম্ভীৰ স্বৰেৰে গভীৰ ভাবাবেগত দেউতাই মন্ত্ৰ মাতিব ধৰিছে। মেঘৰ গাজনিৰ দৰে সেই শব্দেৰে গোটেই আকাশ ছানি ধৰিছে। দেউতাৰ চকুত চকুপানী। —অনিতা গভীৰ টোপনিত। কিন্তু ক্ষণে ক্ষণে অনিতাৰ মুখৰ চেহেৰাৰ পৰিৱৰ্তন হৈছে। মাজে মাজে সুৰমায়াৰ—মাজে মাজে মাৰ মুখখনৰ চেহেৰা যেন অনিতাৰ মুখত ফুটি উঠিছে। এবাৰ মাৰ মাতেৰে অনিতাই কলে—দেউতাৰে মানুহে নেদেখাকৈ কিবা পাপৰ প্ৰায়শ্চিত্ত কৰিব ধৰিছে। ভালকৈ চাই দেখিলো মা নহয় অনিতাহে। টোপনিৰ ঘোৰতে অনিতাই কলে—মোক আৰু জোৰেৰে সাৱটি ধৰি তুমিও শুই থাক। অনিতাক আৰু জোৰেৰে সাবটি ধৰিলো। —এটা গভীৰ তৃপ্তিত মোৰ চকুহালো মুদ খাই আছিল।

—ৰাতিপুৱা অলপ দেৰীকৈ সাৰ পালো। ৰাতি মদ খাই নিঃসাৰ হৈ শুলে ৰাতিপুৱা যেনেকুৱা লাগে তেনেকুৱাই লাগিছিল। পাতল পাতল অলপ ভাব এটা। ব্ৰেক ফাষ্টৰ সময়ত অনিতাই সুধিলে—গা কেনে পাইছা? (আজিকালি অনিতাই মোক তুমি বুলি মাতে)। কলো—অলপ ভাল পাইছো। অনিতাই কলে—ঘৰৰ ভিতৰতে সোমাই থাকি থাকি তোমাৰ স্বাস্থ্য বেয়া হৈ গৈছে। বলা অলপ ফুৰি আহোগৈ। কিয় জানো মোৰ অনুমান হ'ল অনিতাৰ লগত কেনিবা ওলাই যোৱাৰ কথাকেই যেন মই ইমানপৰে ভাবি আছিলো।



ব্যগ্ৰভাবে সুধিলো—কলৈ যাবা? অনিতাই কলে—মটৰেৰে গৈ থাকো—যেনি মন যায়। মোৰ কিন্তু কথাষাৰ পচন্দ নহল। কলে—তাতোকৈ ব'লা নৈৰ পাৰে পাৰে খোজ কাঢ়ি গৈ থাকো। দুপৰীয়াৰ কাৰণে খোৱা বস্তু লগত লৈ যাওঁ। তোমাৰ ৰিটেইনাৰচ লাইচেন্স আছে যেতিয়া বন্দুকটোও লোৱা। পিকনিক, চিকাৰ, ফুৰা আটাইবোৰ একে লগে হব।

লগত নিবলৈ অনিতাই ভজনলালৰ সৈতে বস্তু-বাহানি বান্ধিব ধৰিছে। অলপ পিছতে আমি যামগৈ। গধূলিৰ আগে আগে উভতি নাহো বুলি ভজনলালক কৈছে। কথা খিনি লিখি থৈ গলো। —অ' আৰু এটা কথা। ডাইনিং ৰুমৰ মিটচেফটোত ড্ৰাইজিনৰ বটল এটা দেখিছো। লৈ যাবৰ খুব মন গৈছে—। নিওঁনেকি কব পৰা নাই—।

কথাখিনি পঢ়ি থাকোতে কিবা এটা অজান ভয়ত ৰাও মাজে মাজে চিঞৰি উঠাদি উঠিছিল। পঢ়া শেষ হোৱাৰ লগে লগে বহীখন হাতৰ পৰা পৰি গ'ল। ৰাওৱে চিঞৰ মাৰি উঠিল—ভজনলাল।

ভজনলাল লৰ মাৰি সোমাই আহিল। ৰাওৱে সুধিলে—'অনিতাহঁত এতিয়াও অহা নাই'? —'নাই হুজুৰ। গধুলিতে আহিম বুলি কৈছিল। এতিয়াতো আঠ বাজিবৰ হ'ল' মূৰ খজুৱাই ভজনলালে কলে। '—ব'ল অনিতাহঁতক বিচাৰি যাওঁ। একেজনে ঠিয় হৈ দ্ৰুত পদক্ষেপেৰে ৰাও চিৰিয়েদি নামি গ'ল। বিচাৰি যোৱাৰ কথা ভজনলালেও ভাবিছিল।

লৰ মাৰি ভিতৰৰ পৰা টৰ্চ এটা লৈ আহি ভজনলালেও ৰাওৰ পিচে পিচে খোজ ললে।

—পানীত টৰ্চ্চৰ পোহৰ পেলাই পেলাই উদ্‌ভ্ৰান্তৰ দৰে ৰাওৱে নৈৰ পাৰে পাৰে পেলিয়াব ধৰিলে। ভজনলালে কলৰ সাকোখনৰে পাৰ হৈ হাবিতলীয়া বাটটোৱে বিচাৰি যোৱাৰ কথা কৈছিল। কাৰণ চিকাৰলৈ গলে অভিজিতহঁতে সেইটো বাটেৰেই যোৱাৰ সম্ভাৱনা। কিন্তু ৰাওৱে নুশুনিলে। কিবা যদি দুৰ্ঘটনা হৈছে নৈৰ পাৰত বা পানীৰ মাজতেই হৈছে। দুৰ্ঘটনাও অৱশ্যে নিশ্চয় হৈছে। অনিতাৰ মাজত অভিজিতে সুৰমায়াক বিচাৰি পাইছে—ৰাত্ৰিৰ মাজত দেউতাকক। সুৰমায়াৰ প্ৰতি ঈৰ্ষাৰ জুইত অভিজিত জলিব ধৰিছে। দুকুৰা চিতাৰ সমুখত দেউতাকক কন্দুৱাব নোৱাৰালৈকে অভিজিত শান্ত নহয়। —সম্ভবতঃ এটা নহয় এটা দুৰ্ঘটনা ঘটিছে। —এটা ভয়ঙ্কৰ পৰিকল্পনা অভিজিতৰ নিজ্ৰ্জান মনৰ আগৰে পৰাই খেলাই আছিল। ড্ৰাইজিনৰ বটলটোৰ প্ৰতি অভিজিতৰ হঠাতে ইমান লোভ হ'ল কেলৈ? মদৰ প্ৰতি অভিজিতৰ ইমান আসক্তিতো ৰাওৰ চকুত পৰা নাছিল? —মদৰ নিচাত নিজকে আচ্ছন্ন কৰি লব নোৱাৰিলে সেই ভয়ঙ্কৰ পৰিকল্পনাটো কামত পৰিণত কৰা টান হব বুলি কেনেবাকৈ অনুভব কৰিছিল কাৰণেই অভিজিতৰ বটলটোৰ প্ৰতি ইমান লোভ উপজিল। —পৰিকল্পনাটোও হয়তোবা ইতিমধ্যেই কামত পৰিণত হৈ গৈছে— আবেলি পুৰতেই।



—অভিজিতে প্ৰথম যৌন অভিজ্ঞতা লভিছিল আবেলি পৰত!— প্ৰায় কিটা অভিজ্ঞতাই আবেলি পৰৰ। অনিতাৰ প্ৰেমতো পৰিছিল আবেলি পৰতেই। আত্মহত্যা কৰিবলৈ চেষ্টা কৰাৰ দিনাখন অভিজিতে জ্ঞানো হেৰুৱাইছিল আবেলি পৰতে। দেউতাকৰ কোলাত অভিজিত উঠি দেখা দিবা স্বপ্নও আবেলি পৰৰেই—।

—ভজনলালে মাজে মাজে ৰাইদেউ ৰাইদেউ বুলি চিঞৰি চিঞৰি ৰিঙিয়াই মাতিছিল! ভজনলালৰ চিঞৰ আৰু লাইটৰ পোহৰ দেখি পাৰত কিছুমান মানুহ জমা হ'ল। ভজনলালৰ মুখৰ গোটেই ঘটনাটো শুনি ৰাওৰ অনুমতি লৈ দুজনমানে পুলিচত খবৰ দিবলৈ গ'ল—আৰু দুজনমানে ৰাওৰ লগে লগে গ'ল—।

পিচত লগ লগা মানুহ কিজন ক্লান্ত হৈ মাজৰাতি উভতি গল যদিও ভজনলাল আৰু ৰাওৱে গোটেই ৰাতি নৈৰ পাৰে পাৰে ঘূৰিলে—মাজে মাজে উজাই আৰু মাজে মাজে ভটিয়াই। নৈৰ গৰাবোৰ প্ৰায় ঠাইতেই আছিল খলাবমা আৰু অসমান। কোনো ঠাইতে আকৌ আছিল কাইটীয়া বন। কাইটৰ আচোৰ লাগি ৰাওৰ পেট ঠাইয়ে ঠাইয়ে ফাটি গৈছিল।

—লাহে লাহে ৰাতি শেষ হৈ আহিল। আকাশখনো পোহৰ হৈ আহিছিল। গোটেই ৰাত চপলিয়াই ৰাও আৰু ভজনলালো ক্লান্ত হৈ পৰিছিল। হঠাতে দূৰত কিবা এটা দেখি ভজনলালে চিঞৰ মাৰি উঠিল—'হুজুৰ—সোৱা'!!

—পানীৰ ওপৰত পৰি থকা এডাল শুকান গছৰ কাষত ওপঙি আছে একোচা চুলি !!

অলপ পিছতে লগত কেইজনমান মানুহ লৈ পুলিচো পালেহি। —চাব ইন্সপেক্টৰ ঘোচ আৰু দুজন চিপাহী।

—অনিতাৰ মৃতদেহ পাৰলৈ তোলা হ'ল। সম্পূৰ্ণ নিৰাভৰণ। চুলি কোচাও মেল খাই আছে। মুখখন অলপ মেল খোৱা অৱস্থাত। চকু কিটাও যেন বাহিৰলৈ ওলাই আহিব খুজিছে —। ডিঙিত কালশিৰাৰ দাগ। দেখিলেই বুজা যায় টেটু-চেপি হত্যা কৰা হৈছে। চাব ইন্সপেক্টৰ ঘোচে নোট বহীটোত কিবাকিবি লিখিব ধৰোতে ৰাওৱে অধৈৰ্যভাবে কলে—এইবোৰ পিছত লিখিব। আগেয়ে অভিজিতক বিচাৰি উলিয়াওক'।

অভিজিত বৰুৱা নামৰ এজন মানুহৰ লগত ওলাই আহোতেই এই ঘটনা হৈছিল বুলি ঘোচে শুনিছিল। ঘোচে কলে—'ৰবছোন ইমান ব্যস্ত হৈছে কেলৈ। সি বাচাধন ক'ত পলাই সাৰিব'।

'—নপলাম—But he is also dead'! অধৈৰ্যভাবে ৰাওৱে আকৌ চিঞৰি উঠিল। '—Dead ? কেনেকৈ জানিলে' ?

'—I have analysed his dreams ! মই অভিজিতৰ সপোন বিশ্লেষণ কৰি পাইছো'।

ঘোচে কি বুজিলে ঘোচেহে জানে। কলে—'সেইবোৰ



সপোন-টপোন আমি পুলিচৰ মানুহে বিশ্বাস নকৰো'। ঘোচে আকৌ নিজৰ কামত মনযোগ দিব খুজিলে। কিন্তু লগে লগে ৰাওৱে গৰজি উঠিল—'what ? —বিশ্বাস নকৰে। মই আপোনাক বিশ্বাস কৰিবলৈ বাধ্য কৰিম। মোৰ এনেলিচিচ আজিলৈকে কেতিয়াও ভুল হোৱা নাই—।'

লিখোতে বাৰে বাৰে বাধা পাই ঘোচ অলপ বিৰক্ত হৈছিল। তাতে ঘোচে অলপতে এ, এচ, আইৰ পৰা এচ, আই লৈ প্ৰমোচন পাইছে ! ক্ৰচ বে'ল্ট লগাব পৰা ফুল ফ্লেজেড্ অফিচাৰ হোৱাৰ পিচতো কনষ্টেবলৰ আগত পাবলিকৰ পৰা গৰজনি শুনিবলগীয়া হ'ল। ঘোচেও খঙেৰে সুধিলে '—But how you can know that he is dead' ? ক্ৰচ বেল্ট লগাব পৰা হোৱাৰ পিচৰে পৰা ভুলে শুদ্ধই ইংৰাজী কোৱাটো ঘোচৰ একৰকমৰ মুদ্ৰাদোষৰ দৰে হৈ পৰিছে।

"—কৈছো নহয় মই অভিজিতৰ ড্ৰিম এনেলিচিচ কৰিছো বুলি। ৰাতিপুৱাই যদি ড্ৰিমবোৰ পালোহেঁতেন—হয়তো বচাব পাৰিলোহেঁতেন। কিন্তু পালো গধূলি। But they were dead by sunset' !

'—Dead by sunset' ?

'—Yes both were dead by sunset' !

ঘোচে কিছুপৰ ৰাওৰ পিনে চাই ৰ'ল। বুঢ়াই ইমান জোৰ দি কথাবোৰ কৈছে। কথাবোৰ যদি সঁচা প্ৰমানিত হয় ঘোচৰ নিজৰেই দেখোন লাভ। লগে লগেই বুঢ়াক ধৰিব

পৰা যাব—তুমি কেনেকৈ জানিলা ? বুঢ়াৰ টকা পয়চাও কিছু থকা যেন লাগে। প্ৰমোচন হোৱাৰ পিচত গৃহিণীক অলঙ্কাৰ পাতি এ:কো দিয়া হোৱা নাই। তাতে অ:কৌ দ্বিতীয় পক্ষ। ঘোচে সুধিলে—'ক'ত আছে ডেডবডি ?

'—নিশ্চয় নৈৰ পাৰতে ! বিচাৰি চাওক'।

বহীখন সামৰি ঘোচে ডেডবডি বিচাৰি ওলাল। বুঢ়াৰ ভৱিষ্যত বাণী ফলিয়ালে গৃহিণীৰ কপাল ভাল। — নফলিয়ালেও লোকচান নাই। বুঢ়াৰ দুটামান ধমকি দিব পৰা যাব। পাবলিক হৈ পুলিচৰ মানুহক গৰজনি মাৰি কথা কয়— !

এমাইলমান উজাই যোৱাৰ পিছতে নৈৰ পাৰত অভিজিতৰ ৰক্তাক্ত দেহ পৰি থকা দেখা গ'ল। দূৰৰ পৰা মৃতদেহটো দেখিয়েই ঘোচে মনে মনে জয় মা কালী বুলি মনৰ উল্লাসত আঢ়ৈ মোনীয়া দেহাটো লৈ লৰ মাৰি গৈছিল। পিচে পিচে লৰিছিল আন মানুহবোৰ— ।

—উলঙ্গ অৱস্থাতে ওপৰলৈ মুখ কৰি অভিজিত পৰি আছে। ওচৰতে অভিজিত আৰু অনিতাৰ কাপোৰ-কানি-বোৰ, এটা শূন্য টিফিন কেৰিয়াৰ আৰু বন্দুকটো। থুতৰিৰ তলৰ পৰা মুখখন প্ৰায় নিশ্চিহ্ন হৈ গৈছে। তথাপিও ক্ষতি নাছিল। সহজেই চিনাক্তকৰণ হ'লহেঁতেন। কিন্তু ঘোচক হতাশ কৰিলে চিঠি এখনে। কাউৰী ঠেঙীয়া আখৰেৰে অভিজিতে এখন চিঠি লিখি থৈ গৈছিল। লিখিছিল—



—অনিতাৰ সৈতে সাঁতুৰিবলৈ পানীত নামিছিলো। মদৰ জালতে কিবা কথাত অনিতাৰ লগত কাজিয়া লাগিল। অনিতাক টেটু চেপি মাৰি পেলালো। নিজেও আত্মহত্যা কৰিলো— ।

মৃতদেহ দুটা মৰণোত্তৰ পৰীক্ষাৰ কাৰণে পঠিয়াই দি ৰাও, ভজনলাল আৰু সাক্ষীকিজনক লৈ ঘোচ থানা পালেহি। ঘোচ আকৌ অলপ সতেজ হৈ পৰিছিল। অভিজিতৰ কাষত পোৱা চিঠিখন জানো হব পাৰে—।

থানাত ৰাওক মাত্ৰ ঘূৰাই পকাই সোধা হ'ল অভিজিতো মৰিছে বুলি ৰাওৱে কেনেকৈ জানিছিল। কেবাজনো পুলিচ অফিচাৰ তেতিয়া থানাত উপস্থিত আছিল। ৰাওৰ উত্তৰবোৰ কিন্তু এজনৰো বোধগম্য নহ'ল। অচিৰ একাষৰীয়াকৈ মাতি নি ঘোচে কলে—'বুঢ়াকেই আচল কালপ্ৰিট যেন লাগিছে। কি ৰকম আবোল-তাবোল বকিছে। —ভৰাই থৈ দিয়া যাওক ! অ-চিয়ে কলে—'ডি-এচ-পিয়ে এই কেচটোত অলপ ইণ্টাৰেষ্ট লৈছে। তেখেতক এবাৰ কনচাল্ট কৰি লওক। ডাঙৰ মানুহৰ কথা—। কি ক'ত লেঠাত পৰিবলগীয়া হয়—'।

ডাঙৰ মানুহ বুলি কোৱাত ঘোচৰ অলপ হুচ আহিল। এবাৰ এজন মন্ত্ৰীৰ লগা-ভগা মানুহক ধৰি আনি দক্ষিণা আদায় কৰিবলৈ চেষ্টা কৰোতে ঘোচৰ চাকৰীয়েই যাওঁ যাওঁ হৈছিল। ইংৰাজীকিটা শুনিলে বুঢ়াকো বেচ গৰম মানুহ

যেনেই লাগে। কোনোবা মন্ত্ৰীৰ লগাভগাও হব পাৰে। ঘোচে ডি-এচ-পিৰ ওচৰলৈ খোজ ললে—।

ডি-এচ-পি ফুকন ডেকা মানুহ। অলপতে চাকৰীত সোমাইছে। পঢ়াশুনাত অত্যন্ত চোকা আৰু মেধাবী ছাত্ৰ আছিল। সামান্য সন্দেহতে মানুহ ধৰি আনি জুলুম কৰা পুলিচৰ চিৰন্তনীয় প্ৰথাটো তেতিয়াও মানি লব পৰা হোৱা নাই। সকলো শুনি ফুকনে কলে '—বাৰু পষ্টমৰ্টেম ৰিপৰ্টটো আহিবলৈ দিয়ক। প্ৰপাৰ ইনকোৱাৰি নকৰাকৈ কোনো একচন লব নালাগে। মই আজি বৰ ব্যস্ত আছো। কাইলৈ আপোনাক লৈ মই নিজে এবাৰ যাম। এতিয়া মানুহ কিজনক যাবলৈ দিয়ক—'।

'ভাল চাৰ' বুলি চেলুট থুকি উভতি আহিলেও ঘোচে পেটে পেটে গোৰ-গোৰাব ধৰিলে। এই ডেকা চিনিয়ৰ অফিচাৰ কিটাৰ হেতাওপৰাৰ কাৰণেই চাকৰি কৰি সুখ নলগা হ'ল। —প্ৰপাৰ ইনকোৱাৰি। —প্ৰপাৰ ইনকোয়াৰি আৰু কিহৰ? পুলিচত সোমোৱা আজি কুৰি বছৰ হ'ল। —কনষ্টেবোল হৈ সোমাইছিল। তেতিয়াৰে পৰাতো দেখি আহিছে—ইন-কোয়াৰিৰ মেথড মাত্ৰ একেটাই। ধৰি লৈ ভালকৈ দলাই মলাই কৰি দিয়া—চব বমি কৰি দিব। বৃটিছৰ দিনবোৰেই ভাল আছিল।

পিচ দিনা প'ষ্টমৰ্টেম ৰিপৰ্টটো পায়েই ঘোচে লৰ ধৰিলে ডি, এচ, পি ফুকনৰ ওচৰলৈ। প'ষ্টমৰ্টেম ৰিপৰ্টটো



দেখুৱাই ঘোচে কলে—চাওক ডিচিজড্‌ৰ দেউতাকে কোৱা কথাটো মিলি গৈছে। ডাক্তৰৰ ৰিপৰ্ট মতেও মানুহ হালৰ আবেলি তিনিটাৰ পৰা ছটাৰ ভিতৰত মৃত্যু হৈছে। ৰেপিঙৰ কোনো চাইন নাই।'

ফুকনে প'ষ্টমৰ্টেম ৰিপৰ্টটো চাব ধৰিলে। অলপ উৎ-সাহিত হৈ ঘোচে কলে '—কিন্তু কথা হ'ল তেওঁ যদি আবেলি পাঁচ বজালৈকে ৰেলতে আছিল তেওঁ কেনেকৈ এক্‌জেক্ট টাইমটোৰ কথা কলে। Very suspicious sir—'।

ফুকনেও সেই একেটা কথাকে ভাবিব ধৰিছিল। ৰাওৰ কথা ফুকনেও শুনিছে। মনোবিদ্যা বিশাৰদ সকলে মানুহৰ মনৰ কথা কিছু জানে বুলিও ফুকনে শুনিছে। কিন্তু সঠিক সময়টো তেওঁ ভবিষ্যতবাণী কৰিলে কেনেকৈ? ফুকনে কলে—বলক বাৰু মিঃ ৰাওৰ তাৰ পৰা এবাৰ আহোগৈ।'

অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰি ৰাও যেতিয়া ঘৰ পালেহি মাজৰাতি পাৰ হৈ গৈছিল। অভিজিতৰ দেউতাক ৰবি শঙ্কৰ বৰুৱাকো মটৰ পঠিয়াই ঘৰৰ পৰা লৈ অনা হৈছিল। তলৰ মহলাত অভিজিত শোৱা কোঠালিটোতেই বৰুৱাকো শুবলৈ দিয়া হ'ল। কিন্তু ৰাও শুবলৈ নগল। গোটেই ৰাতি বেলকনিতে ৰাওৱে পগলা মানুহৰ দৰে ঘূৰি পকি একেটা কথাকেই ভাবিব ধৰিলে—অনিতাৰ প্ৰতি অভিজিতৰ প্ৰকৃত মনোভাবৰ কথা ৰাওৱে কেলৈ জানিবলৈ চেষ্টা নকৰিলে?

অনিতাৰ লগত লঙ্গমৰ প্ৰথম চেষ্টা কৰোতে অভিজিতৰ মানসিক অৱস্থাটো আচলতে কেনেকুৱা আছিল জানিব পৰা হলে এই দুৰ্ঘটনাটো নহলহেঁতেন। তাৰোপৰি অভিজিতৰ এটা চেড'-মেচোকিষ্টিক মনোভাৱ ৰাওৱেতো আগেয়েই সন্দেহ কৰিছিল। তেনেকুৱা এটা মানুহৰ লগত এজনী ছোৱালীক থৈ যোৱাটো কিমান বিপজ্জনক হব পাৰে তাকো ৰাওৱে নজনা নহয়। কিন্তু কিয় ৰাওৱে অনিতা উভতি অহাৰ দিনটোৰ কথা পাহৰি গল? —মনত থকা হলে দুদিন দেৰীকৈ আহিবলৈ অনিতালৈ টেলিগ্ৰাম এখন কৰি থৈ যাব পাৰিলেহেঁতেন। —যে ৰাওৰ নিৰ্জ্জান মনেও অনিতাৰ মৃত্যুকেই কামনা কৰিছিল? —কৰিছিল নিশ্চয়' কিন্তু কিয়— ?

ৰাওৰ বেলকনিত ঘূৰি ফুৰা দেখি ভজনলালো শুবলৈ নগৈ বেলকনিৰ চিৰিত বহি আছিল! ফেহুজালি দিবৰ পৰত চিৰিতেই ভজনলাল যেতিয়া শুই পৰিছিল ৰাও লাইব্ৰেৰীত সোমাইছিলগৈ।

দহমান বজাত ঘোচক লগত লৈ ডি, এচ, পি ফুকন ৰাওৰ ঘৰ ওলালেগৈ। ৰাও তেতিয়াও লাইব্ৰেৰীতেই সোমাই আছিল। ভজনলালে ফুকনহঁতক লাইব্ৰেৰীলৈকে লৈ গ'ল। ৰাওৱে দুয়োকে বহিবলৈ দিলে। লাইব্ৰেৰীটোত চকু ফুৰাই ঘোচৰ চকু দুটা লুভীয়া শিয়ালৰ দৰে জিলিকি উঠিল। যাৰ লাইব্ৰেৰীত ইমান হাজাৰ টকাৰ কিতাপ থাকিব পাৰে তাৰ বেঙ্কত কিমান লাখ টকা জমা আছে চাগে! কিন্তু এই



বেটা পোৱালী ডি, এচ, পিটোৰ কাৰণে এতিয়া সকলো নষ্ট নহলেই ৰক্ষা। তথাপি প'ষ্টমৰ্টেম ৰিপৰ্টটো পায়েই চপলিয়াই আহিছে। ঘোচৰ লাইনত ডি, এচ, পিয়েও বোধকৰো ভাবিছে। সেইটোৱেই যি আশাৰ কথা—। ধৈৰ্য ধৰি ঘোচ বহি ৰ'ল

ফুকনে ৰবিশঙ্কৰ বৰুৱাক লগ পাব খুজিলে। ভজনলালৰ হতুৱাই ৰাওৱে খবৰ দিয়ালে। ক্ষন্তেক পিচতে ৰবিশঙ্কৰ বৰুৱা ধীৰ পদক্ষেপেৰে সোমাই আহিল। —ৰাওৰ দৰেই ওখ পাখ চেহেৰা। —ৰাওতকৈ অলপ ক্ষীণ। কিন্তু বেচি তেজাল আৰু গড়িয়তা চকুহাল অলপ অস্বাভাবিক ৰকমে ৰঙা। দেখিলেই অনুমান হয় মানুহজনে যেন আদেশ দিবলৈকে উপজিছিল—আদেশ শুনিবলৈ নহয়। নিজে কব নোৱাৰাকৈয়ে ঠিয় হৈ ফুকনে নমস্কাৰ জনালে। চিনিয়ৰ অফিচাৰ ঠিয় হলে বহি থকা নাযায়। ঘোচেও খপজপকৈ ঠিয় হৈ চেলুট, চালাম আৰু নমস্কাৰৰ এটা জগাখিচিৰী বনাই দেখুৱালে। প্ৰতি নমস্কাৰ জনাই বৰুৱা নিৰ্বিকাৰভাবে ৰাওৰ ওচৰতে বহিল।

ফুকনে জেপৰ পৰা অভিজিতৰ চিঠিখন উলিয়াই বৰুৱাৰ পিনে আগবঢ়াই দি সুধিলে—'এইখন আপোনাৰ পুতেকে লিখা হয়নে ?

হয় বুলি মূৰ দুপিয়ালেও বৰুৱাই চিঠিখনলৈ কিছুপৰ চাই ৰল। কালি আহি অভিজিতৰ খণ্ড বিখণ্ডিত চেহেৰাটো দেখি ক্ষন্তেকৰ কাৰণে অলপ চঞ্চল হৈ উঠিলেও বৰুৱাই নিজকে

চণ্ডালি লৈছে। মদৰ জালত যিটো মানুহে নাৰীহত্যা কৰিব পাৰে তাৰ প্ৰতি ৰবিশঙ্কৰ বৰুৱাই সহানুভূতি দেখুৱাব নোৱাৰে। —নিজৰ পুতেক হলেও নোৱাৰে। চিঠিখনলৈ চাই থাকোতে বৰুৱাৰ চকুদুটা আৰু বেচি ৰঙা পৰি উঠিছিল। —বেজাৰত নে খঙত বুজা নগ'ল। কথাটো ৰাওবো চকুত পৰিছিল। অলপ অতীষ্ঠভাবে ৰাওৱে কলে"—কৈছো নহয়—এইবোৰ অভিজিতৰেই আখৰ। উত্তেজিত অৱস্থাত লিখাৰ কাৰণে অলপ আখৰবোৰ বেকাবেকি হৈ গৈছে। নহলে মিলাই চাওক—একেই আখৰ! ৰাওৱে অভিজিতে লিখা বহীখন ফুকনৰ পিনে আগবঢ়াই দিলে!

বহীখনৰ দুটামান পাত লুটিয়াই বগৰাই চাই ফুকনে সুধিলে —'এইখন কি? —ডায়েৰীনেকি?'

'—ডায়েৰী ঠিক নহয়। He developed a newrosis। মই চিকিৎসা কৰিছিলো। দুদিনমানৰ কাৰণে মই বাহিৰলৈ যাবলগীয়া হৈছিল। ভাবিছিলো সেই কিদিনৰ ভিতৰতে অভিজিতৰ আনকনচাচ মাইণ্ডৰ ৰিভিলেচন হব পাৰে। গতিকে ডায়েৰীৰ আকাৰত সকলো কথা লিখি থবলৈ কৈছিলো। কালিতো এখেতসকলক মই সকলো কথা বুজাই কৈছো—।'

শেষৰ কথাষাৰ ৰাওৱে ঘোচৰ পিনে দেখুৱাই কৈছিল। ঘোচে এই ছলতে মুখ মেলিলে। কলে—'কিন্তু আপোনাৰ চাৰ্ভেণ্টৰ পৰাতো আমি গম পাইছো তেওঁ পাগল হোৱা নাছিল'? '—আস—কোনে পাগল হোৱা বুলি কৈছে। That is phychosis। কিন্তু অভিজিতৰ নিউৰচিচ হৈছিল। নিউৰটিকবোৰ দেখাত পাগল নহয়—কিন্তু আচলতে পাগল।' একেটা কথাকে বাৰে বাৰে কবলগীয়া হোৱাত ৰাও যেন বিৰক্ত হৈ উঠিল।



ৰাও আনৰ মনৰ গোপন খবৰ বিচাৰি ফুৰা চাইকিয়েট্ৰিষ্ট। —কথা-বতৰা আচাৰ ব্যৱহাৰত সদায় সংযত আৰু কৌশলী। কিন্তু কালি ৰাতিৰে পৰা ৰাও যেন এটা অলপ বেলেগ মানুহ হৈ গৈছে! অৱশ্যে ৰাওক আগেয়ে দেখা নাছিল কাৰণে পৰিৱৰ্তনটো তিনিজনৰ এজনৰো চকুত নপৰিল। বহীখন আৰু অলপ পৰ লিৰিকি বিদাৰি চাই ফুকনে কলে—সঁচা কথা কবলৈ গলে কথাবোৰ ময়ো খুব ভালকৈ বুজা নাই। বি,এত চাইকলজি অৱশ্যে মোৰো আছিল। কিন্তু মোৰ চাইকলজিৰ জ্ঞান চেন্‌চেচন, পাৰচেপচনৰ ডেফিনিচনতেই সীমাবদ্ধ। যদি আমনি নাপায় কথাখিনি জানিবৰ বৰ মন গৈছে— ।'

'—বেচ বাৰু মই বুজাই দিছো।' চেলফৰ পৰা ৰাওৱে টান মাৰি এটা শকত ফাইল উলিয়াই আনিলে। —অভিজিতৰ এনেলিচিচৰ ৰিপৰ্ট। তাৰ পিচত ৰাওৱে এবাৰ ফাইলটো চাই এবাৰ অভিজিতৰ বহীখন মেলি অভিজিতক পানীৰ পৰা তুলি অনাৰে পৰা আৰম্ভ কৰি সকলো কথা বুজাই যাব ধৰিলে। মাজে মাজে দুই এটা সৰু সুৰা প্ৰশ্ন কৰিলেও ফুকন আৰু বৰুৱাই তন্ময় হৈ শুনি গ'ল। ৰবিশঙ্কৰ বৰুৱাও

পণ্ডিত মানুহ। —তৰ্ক কৰি ভাল পায়। বিশেষকৈ নিৰ্জ্জন মন, ইডিপাচ কম্‌প্লেক্স আদিৰ কথা ওলাওঁতে বকুৱাই অলপ তৰ্ক কৰিছিল। কিন্তু অসংখ্য প্ৰমাণ আৰু নজিৰ দেখুৱাই ৰাওৱে তেওঁক সন্তুষ্ট কৰিলে।

প্ৰায় তিনি ঘণ্টামান পৰ ধৰি ৰাওৱে কথাবোৰ বুজাইছিল। মাজে মাজে লৰ মাৰি গৈ আলমাৰীৰ পৰা এবাৰ ইথন কিতাপ টানি আনি এবাৰ সিথন কিতাপ টানি আনি দেখুৱাইছিল। চেলফৰ পৰা আন পুৰণি ৰেকৰ্ড কিছুমানো উলিয়াই পঢ়ি শুনাইছিল। শেষৰ পিনলৈ টেবুলৰ ওপৰত কিতাপ আৰু ফাইল পৰ্ব্বতাকাৰ হৈ দম বান্ধিছিল। ভজনলালে অতিথিসকলৰ লগতে ৰাওকো দুবাৰ চাহ দি গৈছিল। কিন্তু দুয়োবাৰেই ৰাওৰ চাহ চেচা হৈ গৈছিল। বোধকৰো ৰাওৱে পাহৰি গৈছিল যে তেওঁ ইউনিভাৰ্চিটিৰ কিবা চেমিনাৰত লেকচাৰ দি থকা নাই।

—কিন্তু অৱস্থা শোচনীয় হৈছিল ঘোচৰ। পষ্টমৰ্টেম ৰিপৰ্টটো পাই ঘোচে গৃহিণীক চাবি ভৰি ওজনৰ নেকলেচ এডালৰ একৰকম প্ৰতিশ্ৰুতি দিয়েই আহিছিল। কিন্তু ৰাওৱে যেতিয়া দম দম কিতাপ টেবুলত পৰ্ব্বতাকাৰ কৰি লৈ বক বক আৰম্ভ কৰি দিলে আৰু চাহাব পাতেও ভেবা লাগি শুনিব ধৰিলে ঘোচৰো সন্দেহ হব ধৰিলে এই তিনিওটাই বোধকৰো বুঢ়াই কোৱা ধৰণৰ নিউৰটিক নে কিবা। —দেখাত পাগল নহয়—কিন্তু আচলতে পাগল। শেষৰ পিনে বিৰক্ত হৈ ঘোচ



বাহিৰলৈ উঠি গৈছিল। কাম যি হ'ল বুজাই গৈছে। থানাত বহি থকা হলেও পাঁচ দহ কিবা এটা লাভ হলহেঁতেন। এই পাগল কিটাৰ প'ল্লাত পৰি ঘোচো এতিয়া পাগল নহলেই ৰক্ষা! —পাগলেইতো চালা। পুতেক জীয়েক মৰি গৈছে—বেটাহঁতৰ খবৰ নাই। কিতাপ-বহী উলিয়াই বক-বক কৰিব ধৰিছে। কিন্তু কিবা ইয়াত ৰহস্য নাইতো—? জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াব খুজিও ঘোচ বৈ গ'ল। এনেকুৱাওতো হব পাৰে—লৰা-ছোৱালী হাল বিশেষকৈ ছোৱালীজনী এই বুঢ়াৰ জীয়েক নাছিল। —কে'প্ত-চে'প্ত ধৰণবো কিবা হব পাৰে? নহলে জীয়েক হলেনো মৰাৰ পিচত বাপেকে ইমান লেকচাৰ বাজি কৰিব পাৰেনে?

—জুইশলা বিচৰাৰ ছলেৰে ভজনলালক লগ ধৰি কথাটোৰ সন্দেহ লবলৈ ঘোচে চেষ্টা কৰিলে! কিন্তু তাতো নিৰাশ হ'ল। ভজনলালে ছোৱালীজনীৰ মাকৰ ঘৰৰ এড্ৰেচ পৰ্যন্ত কৈ দিলে। এটা দীৰ্ঘশ্বাস পেলাই ঘোচে ঘড়ীটোলৈ চালে। —দুই বাজিবৰ হ'ল। গৃহিণীয়ে চাগৈ ঘোচ বাহিৰে বাহিৰে সোণাৰীৰ দোকানলৈ যোৱা বুলি ভাবিছে। বিষণ্ণ মনেৰে চুৰট এটা জলাব খোজোতেই ঘোচৰ কাণত পৰিল ৰাওৱে এবাৰ চিঞৰি উঠিছে—I admit' I wanted to get rid of her. I wished to get her killed............... ! ৰাওৱে শেষৰ সমস্যাটোৰ কথা বুজাব ধৰিছিল। ঘোচ জপিয়াই উঠা দি উঠিল। এইটো—বুঢ়াই কনফেচ কৰি

পেলাইছে। জয় মা কালী বুলি চিগাৰেটটো পেলাই একে লৰে লাইব্ৰেৰীত সোমাই ফুকনৰ ওচৰত ঠিয় হৈ ঘোচে এৰেষ্টৰ অৰ্ডাৰৰ কাৰণে অপেক্ষা কৰিব ধৰিলে।

—ৰাওৰে আৰু কিছুপৰ কিবাকিবি কৈছিল। —ঘোচৰ ঠিক মনত নাই। ঘোচে মাত্ৰ মানস চকুৰ আগত দেখিব ধৰিছিল—চাৰি ভৰি সোণৰ নেকলেচ পিন্ধি হাঁহি থকা দ্বিতীয় পক্ষৰ গোলগাল মুখখন। নতুন গহনা পাবৰ দিনাখনেই গৃহিণীয়ে যে ইমান ধুনীয়াকৈ ঘোচৰ বুকুৰ মাজত সোমাই প্ৰেম কৰে। সিবাৰ দুই ভৰি সোণৰ বালাজোৰ পাবৰ দিনাখন গোটেই ৰাতি ঘোচক সাবতি ধৰি শুই আছিল। বুঢ়া শগুন বুলি গালি পৰা দূৰৰ কথা স্তিভাবে ভৰিৰ পৰা মূৰলৈ গোটো চেলেকি দিছিল............। —আৰে ইকি কাণ্ড! চাহাবে দেখোন উঠি বুঢ়াক নমস্কাৰ কৰিছে। আজিৰ দিনটোৰ কথা বোলে চাহাবৰ গোটেই জীৱনলৈ মনত ৰ'ব। —আকৌ আহিব বোলে। —আকৌ? আকৌ আহিব লাগিছে কেলৈ? আজিয়েহে, আচামীক লৈ যোৱা নিয়ম। এতিয়াই কনফেচনটো ৰেকৰ্ড কৰি নগলে পাচত বা বুঢ়াই আকৌ কি মূৰ্তি ধৰে। এই চাহাব পাতেই এতিয়া দেখিছো কেচটো বৰবাদ কৰি পেলালে—। বুঢ়াৰোতো সাহস কম নহয়। চাহাবৰ পিটিত চপৰিয়াই কৈছে—'নিশ্চয় নিশ্চয় যেতিয়াই মন যায় আহিব। You will always be welcome! বুঢ়া পুৰণা পাপী-তাপী নহয়তো—?



—গাড়ীত উঠাৰ পিছত ঘোচে এবাৰ এটা শেষ চেষ্টা কৰি চালে। কলে—'চাৰ বুঢ়াক লৈ যাব লাগিছিল—কনফেচনটো ৰেকৰ্ড কৰাবৰ কাৰণে'!

ফুকনে নিজেই গাড়ীখন ড্ৰাইভ কৰি আনিছিল। ষ্টিয়াৰিঙত হাত দি সুধিলে '—কি কনফেচন'?

'—বুঢ়াইতো কনফেচ কৰিলে—he is an accomplice?

'—Shut up'!

ফুকনে গাড়ীত ষ্টাৰ্ট দিলে। বঙা ক'লা পৰি ঘোচ নিমাত হ'ল যদিও মনে মনে গৰজিব ধৰিলে—বুজিছো বাৰু। মই বাহিৰলৈ যাওঁতেই তুমি বুঢ়াৰ পৰা কিছু সৰকালা। এতিয়া আকৌ মোকেই চাট আপ কৰিবলৈ কৈছা। অসমীয়াইঁতে ঠিকেই কয়—ডাঙৰৰ লীলা সৰুৰ বান্ধি কিলা। কিন্তু কি কৰা যায়—। পুলিচৰ চাকৰী। কোন দিনা বিপদত পৰিব লাগে ঠিক নাই। চিনিয়ৰ অফিচাৰক সন্তুষ্ট ৰখা ভাল—। ফুকনে এবাৰ সুধিলে '—এনেকুৱা কেচবোৰ আপো...ৰ নিচিনা অফিচাৰেই ইন্‌কোয়াৰি কৰে নহয়'? '—হয় চাৰ—এচ আই বা এবভ দি ৰেঙ্ক অব এচ আই যি কোনো অফিচাৰেই ইনকোয়াৰি কৰিব পাৰে'! চাহাবৰ অজ্ঞতা দেখি ঘোচৰ পুতৌ উপজিছিল।

ফুকনৰো পুতৌ উপজিছিল। —বোধকৰো ভাৰতবৰ্ষৰ কেবা কোটি মানুহৰ ওপৰতেই যাৰ নিৰাপত্তা নিৰ্ভৰ কৰিছে ফুকনৰ কাষত বহি থকাজনৰ দৰেই কেতবোৰ মানুহৰ বা অফিচাৰৰ

বুদ্ধি বৃত্তিৰ ওপৰত।

—দোতালাৰ বাৰন্দাত ঠিয় হৈ নেদেখা হোৱালৈকে অভিজিতৰ দেউতাক শঙ্কৰ বৰুৱাই জীপখনৰ পিনে চাই আছিল। বৰুৱাৰ চকুৰ পৰা প্ৰথমবাৰৰ বাবে টোপাটোপ চকুপানী বাগৰি আহিছিল! প্ৰথম বাৰৰ বাবে কৰুণা হৈছিল অসহায় দুৰ্ভগীয়া পুতেকৰ প্ৰতি আৰু সেই অনিতা নামৰ এজনী ছোৱালীৰ প্ৰতি যিজনী ছোৱালীয়ে বৰুৱাৰ বংশ-ধাৰাক আৰু এটা পুৰুষলৈ জীয়াই ৰখাৰ সপোন দেখিছিল।

—আৰু ৰাও। ৰাওৰো কৰুণা হৈছিল। ৰাওৰ কৰুণা হৈছিল নিজৰ ওপৰতেই। দুৰ্জ্জেয় নিৰ্জ্জান মনে ৰাওকেই নিজৰ অপৰাজেয় শক্তিৰ পৰিচয় দি গ'ল। পিঞ্জৰাবদ্ধ আহত বাঘৰ দৰে ৰাওৱে বাৰান্দাৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিব ধৰিছিল।

---